# : গীতি পঞ্চশত :

['গীতি পঞ্চশত'ৰ অন্তৰ্গত 'গীতি অঞ্জলি', 'গীতি মঞ্জৰী', 'গীতি বৰ্ণালী', 'গীতি স্বৰ্ণালী' আৰু 'দেশ মোৰ, গীতে গীতে'
(প্ৰতিটো সংকলনতে এশটিকৈ গীত সন্নিবিষ্ট)]




## নীলকান্ত শৰ্মা





প্ৰকাশক

বাণী মন্দিৰ

ৰাণীবাৰী, পাণবজাৰ

গুৱাহাটী - ৭৮১০০১

*'GITI PANCHASHATA*, *a collection of* ***five hundred and two Assamese self-composed lyrics published in five books - GITI ANJALI, GITI MONJARI, GITI BORNALI, GITI SWARNALI & DESH MOOR GITE GITE***, *written by* ***SRI NILAKANTA SARMAH***, *Retd Principal & Recog Lyricist of All India Radio(1970) and Dooradarshan and Published by Surya Hazarika, Bani Mandir, Panbazar, Guwahati-01*

*First edition February,2010 Price Rs 400.00 only*

---

লেখকৰ স্ব-ৰচিত আৰু স্ব নিৰ্বাচিত *'গীতি পঞ্চশত'ৰ* অন্তৰ্গত *'গীতি অঞ্জলি', 'গীতি মঞ্জৰী', 'গীতি বৰ্ণালী', 'গীতি স্বৰ্ণালী'* আৰু *'দেশ মোৰ, গীতে গীতে'* (প্ৰতিটো সংকলনতে শতাধিক গীত সন্নিবিষ্ট) পাঁচটি সংকলনৰ সমষ্টি।

---

**প্ৰথম সংস্কৰণ :** ফেব্ৰুৱাৰী, ২০১০ চন

**প্ৰকাশক :** সূৰ্য্য হাজৰিকা
বাণী মন্দিৰ, পাণবজাৰ, গুৱাহাটী-১

**মূল্য :** ৪০০.০০ টকা মাত্ৰ

**বেটুপাত :** অতুল নাথ, গুৱাহাটী

**ডি.টি.পি.:**
**আৰু অংগসজ্জা :** মৃণাল কুমাৰ বৰা, গুৱাহাটী
**ম'বাইল :** ৯৮৬৪১-৩৬৭০০

**ছপাশাল :** শৰাইঘাট ডিজিটেল প্ৰেছ, গুৱাহাটী -১

# ।। অৰ্পণ ।।

আমাৰ স্ব-ৰচিত আৰু স্ব-নিৰ্বাচিত 'গীতি পঞ্চশত'ৰ অন্তৰ্গত 'গীতি অঞ্জলি', 'গীতি মঞ্জৰী', 'গীতি বৰ্ণালী', 'গীতি স্বৰ্ণালী' আৰু 'দেশ মোৰ, গীতে গীতে' (প্ৰতিটো সংকলনতে শতাধিক গীত সন্নিবিষ্ট) ৰ একক সংকলন খনি ——

**অসমীয়া গীতি-সাহিত্যৰ চিৰ নমস্য**
**সাধক, পাঠক আৰু সঙ্গীত শিল্পী সকলৰ**
**কৰকমলত অৰ্পণ**
**কৰা হ'ল।**

— **নীলকান্ত শৰ্মা।**

গীতি পঞ্চশত     :গীতি অঞ্জলি :

# ঃ মুখবন্ধ ঃ

— হোমেন বৰগোহাঞিও

**শ্ৰীনীলকান্ত শৰ্মাৰ 'গীতি পঞ্চশত'ৰ** প্ৰথম পুথি **'গীতি-অঞ্জলি'ৰ** গীতি কবিতাবোৰ পঢ়ি মুগ্ধ হ'লোঁ। অসমীয়া সাহিত্যত গীতি-কবিতাৰ এটা গৌৰৱময় ঐতিহ্য আছে। লক্ষ্মীনাথ বেজবৰুৱা, অম্বিকাগিৰী ৰায়চৌধুৰী, পাৰ্বতিপ্ৰসাদ বৰুৱা, জ্যোতিপ্ৰসাদ আগৰৱালা, অতুল চন্দ্ৰ হাজৰিকা, কমলানন্দ ভট্টাচাৰ্য্য, উমেশ চন্দ্ৰ চৌধুৰী, আনন্দিৰাম দাস, ড° ভূপেন হাজৰিকা, তফজ্জুল আলি আৰু ড° নিৰ্মলপ্ৰভা বৰদলৈৰ নিচিনা প্ৰতিভাৱান গীতিকাৰ সকলে লিখা গীতি-কবিতাবোৰে সংগীতৰসিকসকলক অৱৰ্ণনীয় আনন্দ দিয়াৰ উপৰি কবিতা হিচাপেও সেইবোৰ অসমীয়া সাহিত্যৰ যুগত অমূল্য সম্পদত পৰিণত হৈছে। কিন্তু দুখৰ কথা যে বৰ্তমান অসমীয়া গীতি-কবিতাৰ সেই গৌৰৱ হেৰাই যোৱা যেন অনুভৱ হৈছে। আধুনিক গীত নামেৰে প্ৰচলিত বেছিভাগ অসমীয়া গীতৰে ভাব-ভাষা দুয়োটাই অত্যন্ত দুৰ্বল। কিন্তু **শ্ৰীনীলকান্ত শৰ্মাৰ** গীতি-কবিতাবোৰ পঢ়ি মনত নতুন আশাৰ সঞ্চাৰ হৈছে। অনুভৱ হৈছে যে অসমীয়া গীতি-কবিতাৰ গৌৰৱময় ঐতিহ্য একেবাৰে হেৰাই যোৱা নাই। শ্ৰীশৰ্মাৰ গীতি-কবিতাবোৰৰ ভাব আৰু ভাষা দুয়োটাই অতি প্ৰশংসনীয় । ড° ভূপেন হাজৰিকা আৰু খগেন মহন্তৰ পৰা আৰম্ভ কৰি অসমৰ প্ৰায়সকল মহান গায়কেই এই গীতবোৰ গাই শ্ৰোতাৰ হৃদয়ত এইবোৰক স্থায়ীভাৱে প্ৰতিষ্ঠা কৰিছে। শ্ৰীশৰ্মাৰ **'গীতি-অঞ্জলি' সংগীতানুৰাগী আৰু কাব্যানুৰাগী দুয়ো শ্ৰেণীৰ লোকৰ দ্বাৰা সমানে সমাদৃত হ'ব বুলি আশা কৰিব পাৰি।**

(হোমেন বৰগোহাঞিও)

# ঃ সুৱাগুৰি ঃ

- ড° লক্ষহীৰা দাস
প্ৰাক্তন অধ্যাপিকা,
গুৱাহাটী বিশ্ববিদ্যালয়।

অসমীয়া গীতি সাহিত্যৰ ক্ষেত্ৰখন অকল বিচিত্ৰতাৰে ভৰাই নহয়, ব্যঞ্জনা আৰু বিশালতাৰেও স্বকীয় মৰ্যাদাসম্পন্ন। চৰ্য্যাপদৰ যুগৰে পৰা কেইবাটাও কেকুৰি পাৰ হৈ সাম্প্ৰতিক কাললৈকে প্ৰয়াত জীৱিত অনেক গীতিকবিয়ে যুগে যুগে নিজস্ব অনুভৱ, উপলব্ধি আৰু প্ৰকাশভঙ্গীৰে অসমীয়া গীতি সাহিত্যৰ ভঁড়াললৈ বিভিন্ন সুৰীয়া গীতৰ অৰিহণা যোগাই আহিছে। গীতি সাহিত্যৰ এনে ঐতিহ্যমণ্ডিত ইতিহাসৰ ধাৰাবাহিকতা ৰক্ষা কৰি সাৰস্বত সাধনাৰ পথত অগ্ৰসৰ হোৱা পৰবৰ্ত্তী গীতিকাৰ সকলেও সেই বৰ্ণাঢ্য ৰূপৰ লগত সঙ্গতি ৰাখি ন ন গীতি ৰচনাৰে এই ক্ষেত্ৰখন সমৃদ্ধ কৰিবলৈ যত্ন কৰিছে। এনেদৰে সুৰৰ সাধনাত ব্ৰতী সাম্প্ৰতিকৰ এগৰাকী প্ৰবীণ নিষ্ঠাবান গীতিকাৰ হ'ল **আকাশবাণী আৰু দূৰদৰ্শনৰ স্বীকৃতিপ্ৰাপ্ত গীতিকাৰ, "গীতি মঞ্জৰী"ৰ ৰচক শ্ৰীনীলকান্ত শৰ্মা।**

এই সংকলনত সন্নিবিষ্ট গীতসমূহৰ বিষয়বস্তুৰ বিভিন্নতা, ভাষাৰ সৰলতা আৰু শুদ্ধতা, কথাৰ ছন্দে ছন্দে প্ৰকাশিত সুৰৰ মাদকতাই অতি সহজে মনত অনুৰণণ তোলে। তেওঁৰ গীতত নিসৰ্গৰ ৰূপ, জীৱনৰ আনন্দ বেদনাৰ হাঁহি অশ্ৰুৰ সুৰ, লোকজীৱন মথি ওলোৱা লোকসঙ্গীতৰ আবেদন, দেশমাতৃৰ প্ৰতি অকুণ্ঠ ভালপোৱা, বিভিন্ন সময়ৰ বিভিন্ন চিন্তা, ধ্যান ধাৰনা জীৱন্ত হৈ উঠিছে।

# ঃ সুৱাগুৰি ঃ

ইতিমধ্যে শ্রীশর্মাদেৱে ৰচনা কৰা গীত অসমৰ ন-পুৰণি ভালেকেইগৰাকী শিল্পীৰ কণ্ঠত ৰূপায়িত হৈ মনোৰঞ্জন কৰাত সফল হৈছে। বিভিন্ন গীতৰ যোগেদি কলাগত ভাবে এক বাণী প্রচাৰ কৰা, বিভিন্ন ৰুচিৰ শিল্পীৰ বাবে ভিন্ন ভিন্ন ৰসৰ গীত ৰচনা কৰা, শব্দ প্রয়োগত জটিলতা আৰু পুনৰুক্তি পৰিহাৰ কৰা ইত্যাদি হ'ল গীতিকাৰ গৰাকীৰ গীতি ৰচনাৰ কেইটিমান উল্লেখনীয় দিশ। গীত ৰচনা কৰাৰ কলা কৌশল আয়ত্ত্ব কৰাত তেখেত সফল হৈছে বুলি মই ভাবো। গভীৰ অর্থবহ আৰু সাহিত্যিক গুণসম্পন্ন গীতখিনিয়ে সহজেই সঙ্গীতপ্রেমীক আকর্ষিত আৰু মুগ্ধ কৰিব পাৰিব।

সামৰণিত অসমৰ সুৰ আকলুৱা ৰাইজে সহৃদয়তাৰে **"গীতি মঞ্জৰী"**ৰ গীতখিনিক আদৰি লব বুলি আশা কৰিলোঁ। সুন্দৰৰ আৰাধনাত ব্রতী গীতিকাৰ শর্মাই নতুন আশা, নতুন উদ্যম আৰু বিশ্বাসেৰে বাণীৰ সাধনাত আগবাঢ়ি যাওক, তাকেই কামনা কৰিলোঁ।

লক্ষহীৰা দাস

দিনাংক ঃ-২৮/১২/২০০৯
গুৱাহাটী

(ড° **লক্ষহীৰা দাস**)
প্রাক্তন অধ্যাপিকা,
গুৱাহাটী বিশ্ববিদ্যালয়

## :গীতি অঞ্জলি আৰু গীতি মঞ্জৰীলৈ

### -ঃ শুভেচ্ছা ঃ-

– দীনেশ বৰ্মন, আই. এ. এচ. (অঃ প্ৰাঃ)
অবসৰ প্ৰাপ্ত শিক্ষাআয়ুক্ত, অসম চৰকাৰ

**শ্ৰীযুত নীলকান্ত শৰ্মাদেৱৰ** লগত চিনাকি হ'বৰ আজি তিনি বছৰৰো অধিক কাল হ'ল। বছৰত চাৰিবাৰ বা পাঁচবাৰ পূৰ্ব্বে নিৰ্দ্ধাৰিত তাৰিখ আৰু সময় মতে তেখেতক লগ পোৱা হয় গুৱাহাটীৰ খৃষ্টান বস্তিত অৱস্থিত শিক্ষক প্ৰশিক্ষণ মহাবিদ্যালয়ৰ পৰিচালক মণ্ডলীৰ সভাত। শিক্ষাৰ প্ৰতি থকা তেখেতৰ অফুৰন্ত হেঁপাহ আৰু আজীৱন শিক্ষকতা কৰি অহা অভিজ্ঞতাৰ স্বচ্ছ প্ৰতিফলন তেখেতৰ চকুৰে-মুখে প্ৰভাসিত হৈ থকা যেন লাগে। মহাবিদ্যালয়ৰ পৰিচালক- মণ্ডলীৰ সভা সমূহত তেখেতৰ সক্ৰিয় অংশ গ্ৰহণে সভাখন বৰ জীপাল কৰি তোলে। তেখেতৰ স্বৰচিত গীতৰ সংকলন **'গীতি অঞ্জলি'** আৰু **'গীতি মঞ্জৰী'**ৰ বিষয়ে মোক শুভেচ্ছা জনাবলৈ কৈ দু-আষাৰমান লিখিবলৈ অনুৰোধ কৰাত মই মহা বিপাণ্ডত পৰিছোঁ। কিয়নো এনে ধৰণৰ বিষয় বস্তুত কলম ধৰিবলৈ মোৰ মানসিক প্ৰস্তুতিৰ অভাৱ কাৰণে আগতে কেতিয়াও এনে দুঃসাহস কৰা নাই।

**'গীতি মঞ্জৰী'**ৰ গীতৰ ভাষা সহজ-সৰল আৰু সাৱলীল। গীতৰ বিষয়-বস্তু, শব্দৰ প্ৰয়োগ, অৰ্থবাহী প্ৰকাশ ভঙ্গীৰ গতিশীলতাই গীতবোৰ প্ৰাণবন্ত কৰি তুলিছে। তাতকৈও বিষয়-বস্তু নিৰ্বাচনৰ সৃজনশীলতাই আজিৰ সময়ে বিচৰা গুৰু আৰু শিষ্যৰ মাজত চিৰন্তন পৰম্পৰা বজাই ৰাখিবলৈ সক্ষম হৈছে। উত্তৰ পুৰুষৰ মনৰ দাপোণত ভাহি উঠিছে - শিক্ষক সকলে তেওঁলোকৰ শিশু সুলভ মনৰ আন্তঃ গাঁথনি শিক্ষণ শৈলীৰ মাজেদি কেনে ধৰণে আলোকপাত কৰি চৰিত্ৰ গঠন প্ৰক্ৰিয়াত সহায়ক হ'ব পাৰে। আজিৰ সজাগ উত্তৰ পুৰুষে কৈছে – **'হে জীৱন গঢ়াৰ মহান শিল্পী, প্ৰণিপাত**

## :গীতি অঞ্জলি আৰু গীতি মঞ্জৰীলৈ

## -ঃ শুভেচ্ছা ঃ-

চৰণত।' বিদ্যালয়ত বিলোৱা জ্ঞানৰ মাধ্যমেৰে উত্তৰ পুৰুষ সকলে শাৰীৰিক, নৈতিক আৰু আধ্যাত্মিক উৎকৰ্ষ সাধনৰ উপৰিও দেশৰ সমাজনীতি, অৰ্থনীতি আৰু ব্যৱহাৰিক বিজ্ঞানৰ বুনিয়াদ গঢ়িবলৈ বিভিন্ন সমল গোটাই দেশৰ আৰু দহৰ মঙ্গল সাধিব পাৰে। 'দিয়াহে আমাক জ্ঞানৰ জোনাক' এই পংক্তিৰ কাব্যিক ৰস আৰু প্ৰকাশভঙ্গী অতুলনীয়। অতি সুন্দৰ প্ৰশস্তি শিক্ষক সকললৈ। শিক্ষক আৰু ছাত্ৰসকলৰ মাজত কোনো সামাজিক দ্বন্দ্ব থাকিব নোৱাৰে, ইয়াত কোনো দ্বিমত নাই । প্ৰকৃত শিক্ষক অবিহনে ছাত্ৰসকলৰ উত্তৰণ নহয় — ছাত্ৰ সকলৰ উত্তৰণ নহ'লে দেশৰ সৰ্ব্বাঙ্গীন উত্তৰণ বাধাপ্ৰাপ্ত হয়; দেশৰ জ্ঞান বিজ্ঞান আৰু কলা সংস্কৃতিৰ অভিনবত্ব আনিব নোৱাৰে।

**'গীতি অঞ্জলি'**ত আধা ডজন গীতৰ শৰাই আগবঢ়োৱা হৈছে শিক্ষাব্ৰতীৰ অৰ্থাৎ শিক্ষাদাতা সকলৰ কৰ্ত্তব্যৰ আধাৰত। এই গীতবোৰৰ জৰিয়তে শিক্ষাব্ৰতী অৰ্থাৎ শিক্ষাগুৰু সকলৰ দায়িত্ব আৰু কৰ্ত্তব্যবোধৰ উজ্জ্বল চানেকি দাঙি ধৰিছে। যেনে — **'আমি পোহৰ বিলাই যাওঁ', 'আমি এটি পোহৰৰ সমদল', আমি ৰূপকাৰ মানুহ গঢ়াৰ', 'আমি খনিকৰ মানুহ গঢ়াৰ', 'আমি শিক্ষাদাতা', 'জিক্‌মিক্ তিৰ্‌বিৰ্ ক'লচি সোণৰ'** ইত্যাদি। এই গীতবোৰৰ ৰচনা শৈলী বৰ মন কৰিবলগীয়া। প্ৰকাশভঙ্গী পুৰণি ঠাঁচৰ যেন লাগিলেও ভাষা অতি উচ্চ মানৰ আৰু সহজে বোধগম্য। শিক্ষাদানত নাটকীয় প্ৰকাশভঙ্গীৰ প্ৰয়োজনীয়তা আছে। পাঠদানৰ ক্ৰিয়া ৰসাল কৰিবলৈ যাওঁতে যাতে অতি নাটকীয় হৈ ৰসভঙ্গ নহয়, তাৰ কাৰণে তেখেতসকল সাৱধান হ'ব লাগে।

**'গীতি অঞ্জলি' আৰু 'গীতি মঞ্জৰী'** দুয়োখন গীতি সংকলন মহান আদৰ্শবাদৰ ওপৰত প্ৰতিষ্ঠিত। গুৰু আৰু শিষ্যৰ মাজত সামাজিক দ্বন্দ্ব নাই । দুয়োপক্ষ পৰস্পৰৰ ওপৰত নিৰ্ভৰশীল। সময়ৰ পৰিবৰ্তনধৰ্মী

## :গীতি অঞ্জলি আৰু গীতি মঞ্জৰীলৈ

### -ঃ শুভেচ্ছা ঃ-

গতিশীলতাই পুৰণি পৰম্পৰাবোৰক বিনাশি আহিব ধৰিছে। **শ্ৰীযুত নীলকান্ত শৰ্মাদেৱৰ** মহান প্ৰচেষ্টাত উৱলি যাব ধৰা ছাত্ৰ শিক্ষকৰ মাজৰ মানৱীয় সাকোঁখন পুনঃ সক্ৰিয় হৈ শক্তিবান হৈ উঠিব বুলি মোৰ বিশ্বাস। এই গীতবোৰৰ স্বৰলিপি কৰি সুৰেৰে সজাই ছাত্ৰ-ছাত্ৰী, অভিভাৱক আৰু শিক্ষকসকলৰ মাজত প্ৰচাৰ কৰিব পাৰিলে সমাজৰ মহৎ উপকাৰ হব বুলি ন-দি কব পাৰি ।

দিনাংক ঃ- ০৩/০২/২০১০ **(দীনেশ বৰ্মন)**

# :গীতি বৰ্ণালী :



## ঃ মংগলবাক্ ঃ

ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য
প্ৰাক্তন অধ্যক্ষ,
বি.বৰুৱা মহাবিদ্যালয়।

সংগীতৰ সৈতে নৃত্য-গীত-বাদ্য সংযুক্ত হৈ থাকে। ভাৰতবৰ্ষীয় বৈদিক আৰ্য্য সকলে সামবেদৰ শ্লোক উচ্চাৰণৰ বাবে গুৰুকুলত সাধনা কৰা এইবিধ শাস্ত্ৰৰ মহিমা সাম্প্ৰতিক বৈজ্ঞানিক-যান্ত্ৰিক বিশ্বায়নৰ যুগত মহতোমহীয়ান হৈ পৰিছে। **শ্ৰব্য-দৃশ্য-পৰিবেশ্য কলা ৰূপে ক্ৰমবৰ্ধমান এইবিধ লোকৰক্ষক সুকুমাৰ কলাৰ অন্তৰ্গত গীত বা গীতিকাকো (ক্ষুদ্ৰাৰ্থে) 'গীতি' আখ্যা দি 'গীতি- পঞ্চশত' ৰচনা কৰি সমসাময়িক অসম ৰাজ্যৰ এগৰাকী শিক্ষাবিদ্- গীতিকাৰ, আলেখ্যৰচক আৰু বহুগুণে বিভূষিত শ্ৰীযুত নীলকান্ত শৰ্মা ডাঙৰীয়াই 'হাতী মাৰি ভুৰুকাত ভৰোৱা' দৰে অসাধ্য সাধন কৰি দেখুৱালে।** শৰ্মাই এই গীতি-গ্ৰন্থৰ 'আগকথা' ৰূপে লিখা নাতিদীৰ্ঘ তথ্য সমৃদ্ধ পটভূমি আৰু **'গীতি-বৰ্ণালী'** নামেৰে শত সংখ্যক সংগ্ৰহৰ তৃতীয় পুথিখনৰ বহুধা বিষয়ক গীতৰ কিছু সংখ্যক পঢ়ি অনুভৱ হৈছে যে গীতিকাৰে **'অৰ্পণে'**ৰে **'মোৰ গীতৰ প্ৰয়াস চিত্ৰিত কৰা'** কথাৰে আৰম্ভ কৰি প্ৰস্তাৱনা, বৃন্দগীত একক, দ্বৈতগীত, শিশুগীত, প্ৰকৃতিৰ ৰূপছন্দ, বিহুসুৰীয়া, বিচিত্ৰ, নিচুকনি গীত, দেশপ্ৰেমমূলক, বাৰ্ত্তাগীতি ঝুমুৰ সুৰীয়া আদি বিষয়-পৰিক্ৰমাৰে 'হে দয়াময় ! তুমি আছা বাৰু ক'ত' ফাঁকিৰে 'বন্দনা' গাই 'সাৰস্বত শতনাম' সমাপ্ত কৰিছে।

সংগীতৰ সৈতে ভাষা-সাহিত্য-সংস্কৃতি-সমাজ জীৱনৰ যুগমীয়া **সম্বন্ধ আছে - সেইগুণে মানুহ মাত্ৰেই স্থান-কাল-পাত্ৰ ভেদে গীত-বাদ্য-নৃত্যাদিৰে 'সত্য-শিৱ-সুন্দৰৰ আৰাধনা' কৰি আহিছে। অসম ৰাজ্যৰ নামনি অঞ্চলত নৈপৰীয়া গাঁৱত জন্ম লাভ কৰি, সৰুতে আইতাৰ মুখত**

## ঃ মংগলবাক্ঃ

শুনা এফাঁকি লোকগীতেৰে '**গীতি-বৰ্ণালী**'ৰ 'সাৰস্বত শতনাম' ৰ প্ৰতি শুভ কামনা নিবেদন কৰিলোঁ ঃ-

এ ৰাতি পুহাইলো ৰে
কুৰুৱাই পাৰে ৰাৱ ।
বালিতে বাগৰি কান্দে
দুটি বাঘৰ ছাৱ ।।..........

বহু ক্ষেত্ৰত 'বাক্যং ৰসাত্মক কাব্যম্' সূত্ৰেৰে বৰ্ণিত কাব্য বা কবিতাৰ সৈতে গীত বা গীতিকাৰ (গীতি) ওতঃপ্ৰোত সম্বন্ধ থকা দেখা যায়। গীতিকাৰ শৰ্মাৰ মতে – '**গীত সৃষ্টি গীতিকাৰৰ কোনো মুহূৰ্তৰ বা বিষয়ৰ কলাত্মক উপলব্ধি আৰু সীমিত শব্দৰ ভিতৰত একোটি নিটোল গীতি-কবিতাৰ আত্মপ্ৰকাশ। মুহূৰ্তৰ উপলব্ধিয়ে তাৎকালিক ভাৱে একো একোটা সুন্দৰ অমৰ গীতৰ জন্ম দিয়াৰ অনেক উদাহৰণ আছে।**.............'

ইংৰাজ সমালোচকৰ মতে 'সাহিত্য জীৱনৰ সমালোচনা' বোলা কথাফাঁকিয়ে শৰ্মাৰ '১৯৫০ চনৰ পৰা অদ্যাপিও মোৰ জীৱন পৰিক্ৰমাৰ বিভিন্ন বয়সত ওৰেটি জীৱনতে এই গীতখিনি ৰচিত' বোলা লিখিত বচনৰ সমৰ্থন কৰিছে। 'বয়সৰ চাপ পৰা' যেন অনুভৱ কৰি গীতিকাৰে তেওঁৰ গীতবোৰৰ প্ৰেৰণাদায়ক শিক্ষাগুৰু, গায়ক-গায়িকা, সুৰকাৰ, প্ৰচাৰ মাধ্যম, অনাতাঁৰ কেন্দ্ৰ, দূৰদৰ্শন আদিৰ সশ্ৰদ্ধ উল্লেখ কৰিছে। সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱাই লিখা 'পকা চুলি' নামৰ কবিতাটি আৰু ৰবাৰ্ট ব্ৰাউনিঙৰ কবিতা এটিৰ পংক্তিলৈও মোৰ মনত পৰিছে। উল্লেখনীয় যে বেজবৰুৱাৰ 'অ' মোৰ আপোনাৰ দেশ' কবিতা-গীতটি আমি জাতীয় সংগীত বুলি গ্ৰহণ কৰিছোঁ। সংগীতৰ সাতটা শাস্ত্ৰীয় অধ্যায় আছে ঃ- সাৰ, ৰাগ, তাল, নৃত্য, ভাৱ, কোক আৰু হস্ত। গীতৰ ক্ষেত্ৰত

## :গীতি বৰ্ণালী:



### ঃমংগলবাক্ঃ

পৰিবেশন কৰোঁতে ইয়াৰ কি কি প্ৰয়োগ হয় – কেনেদৰে পৰিবেশিত হৈ উঠে – সেই তত্ত্বলৈকে গুৰু সকলৰ দৃষ্টি আকৰ্ষণ কৰি দুফাঁকি '**গীতি-বৰ্ণালী**'ৰ উধৃতিৰে এয়া 'মংগল বাক্' আগবঢ়ালোঁ ঃ-

(ক) ব'হাগ আমাৰ জন জীৱনৰ
আদৰৰ এটি মাহ ।
আদৰি সাদৰি আমি ব'হাগক
পাওঁ জীৱনতে সাহ ।। .... (২৭) প্ৰকৃতিৰ ৰূপ-ছন্দ

(খ) নিয়ন 'লাইট'ৰ পোহৰে কি কৰে,
মনৰ আন্ধাৰ নাশিবলে।
মধুৰ গীতৰ সুৰে কি কৰিব,
বেজাৰৰে ভৰা মনটিৰে ।। ..............(৫১) বিচিত্ৰ

ইতি ——

(ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য)

দিনাংকঃ- ১৬/০১/২০১০

## ঃ পাতনি ঃ-

— ড° হীৰেন গোহাঁই,
প্ৰাক্তন মুৰব্বী অধ্যাপক,
ইংৰাজী বিভাগ, কলাগুৰু,
গুৱাহাটী বিশ্ববিদ্যালয়।

গীতি-সাহিত্য অসমীয়া সাহিত্যৰ এক গুৰুত্বপূৰ্ণ অংগ। তাহানিখনৰ পৰা শংকৰ-মাধৱৰ বৰগীতে সাংগীতিক দিশৰ উপৰি সাহিত্যিক গুণেৰেও আমাক মোহিত কৰি ৰাখিছে। আধুনিক যুগতো জ্যোতিপ্ৰসাদ, পদ্মধৰ চলিহা, পাৰ্বতি প্ৰসাদে ৰচি যোৱা গীতবোৰে গীতি সাহিত্যৰ ভিত্তি ৰচনা কৰি গ'ল। পৰৱৰ্ত্তী কালতো ড° ভূপেন হাজৰিকাৰ কেতবোৰ গীত, কেশৱ মহন্ত, নিৰ্মলপ্ৰভা, হীৰেন ভট্টাচাৰ্য্য আৰু জয়ন্ত হাজৰিকাৰ কেতবোৰ গীত সংগীত হিচাবেও সুৱদী আৰু আমাৰ সাহিত্যৰ অমূল্য সম্পদ। এইবোৰ গীতক সংগীতে এক বেলেগ মাত্ৰা দিয়ে। গীতিকাৰ সকলেও সংগীতৰ উপযোগীকৈ গীত ৰচনাত মনোযোগ দিব লগা হয়।

সচৰাচৰ আমি গীত বুলিলে ব্যক্তিমনৰ দুখ-বেদনা, বিৰহ, প্ৰেম-প্ৰীতি, উল্লাস-আনন্দক লৈ লিখা গীত বুলি ভাবোঁ। কিন্তু দেশপ্ৰেম, সমাজচেতনা আৰু প্ৰকৃতিৰ বন্দনা, ভগবৎ ভক্তিও গীতৰ উপজীব্য হৈ আহিছে।

১৯৭০ চনতে অল ইণ্ডিয়া ৰেডিয়'ৰ গীতিকাৰ ৰূপে স্বীকৃতি পোৱা শ্ৰীযুত নীলকান্ত শৰ্মাদেৱৰ পাঁচখন গীত-সংকলনৰ প্ৰতিখনতে এশটাকৈ গীত সংকলিত হৈছে। গীতবোৰৰ বিষয়-বৈচিত্ৰ্যই প্ৰমাণ

: পাতনি :-

কৰে তেখেতে কোনো উপকৰা লক্ষ্যৰে গীতবোৰ ৰচনা কৰা নাই, সেইবোৰ তেখেতৰ অন্তৰাত্মাৰ পৰা উৎসাৰিত, আৰু তাত তেখেতৰ ভাব-অনুভূতি শব্দৰ মাজেৰে সজীৱ হৈ উঠিছে। গীত ৰচনা তেখেতৰ বাবে আবিস্কাৰৰ এক অন্তহীন অভিযান। অন্তৰ্জগত আৰু বহিৰ্জগতৰ নিত্য-নতুন অনুভৱ গীতবোৰত উন্মোচিত হৈছে।

'গীতি-স্বৰ্ণালী'ৰ অধিকাংশ গীতত বিষয়বস্তুৰ বিপুল বৈচিত্ৰ্য আৰু অনুভৱৰ আন্তৰিকতা পৰিলক্ষিত হয়। গীতিকাৰ এক সংবেদনশীল মনৰ অধিকাৰী আৰু সুকণ্ঠী গায়ক -গায়িকাৰ কণ্ঠত এই গীতবোৰে আমাৰ হৃদয় স্পৰ্শ কৰি আমাৰো অন্তৰ্জগত সমৃদ্ধ কৰিব পাৰে। তেখেতৰ অনুভূতিৰ স্বতঃস্ফূৰ্ত্ততা আৰু প্ৰকাশৰ সাৱলীলতাই আমাক আকৰ্ষণ কৰে। তদুপৰি হৃদয়ৰ কষটি শিলত পৰীক্ষা কৰি জীৱনৰ যিবোৰ সত্য তেখেতে উন্মোচন কৰিছে, সেইবোৰেও আমাক প্ৰজ্ঞাৰ নিচেই কাষলৈ লৈ যায়। সেইদৰে সমাজৰ কেতবোৰ অন্যায় আৰু প্ৰদূষণো তেখেতে স্পষ্ট ৰূপত দাঙি ধৰিছে।

অসমীয়া ভাষাৰ নিভাঁজ, সুবদী ৰেহ-ৰূপ তেখেতৰ গীতি-কবিতাৰ অন্যতম সৌন্দৰ্য্য। আশাকৰোঁ উদীয়মান গীতিকাৰ সকলেও তেখেতৰ পৰা শিকিবলৈ চেষ্টা কৰিব।

শৰ্মাদেৱৰ গীত সাহিত্যৰ সাধনাক মই অভিনন্দন জনাইছোঁ।

ইতি —

ড: হীৰেন গোহাঁই

দিনাংক :- ২০/০১/২০১০

(ড° হীৰেন গোহাঁই)
নিজৰাপাৰ, গুৱাহাটী-৩।

ড° বীৰেন্দ্ৰনাথ দত্ত
চন্দ্ৰবালা বৰুৱা উপ-পথ
১০৪, গোপীনাথ বৰদলৈ পথ
শিলপুখুৰী, গুৱাহাটী ৭৮১০০৩
(০৩৬১) ২৬৬৮৭৭০

Dr. Birendranath Dutta
Chandrabala Barooah Lane
104, Gopinath Bardoloi Road
Silpukhuri, Guwahati-781003
(0361) 2668770

# :দেশ মোৰ, গীতে গীতে :

## সদিচ্ছাৰ দু-আষাৰ

**আ**কাশবাণী গুৱাহাটীৰ আধুনিক গীতৰ অনুষ্ঠানত গীতিকাৰ হিচাপে **নীলকান্ত শৰ্মা** নামটো ঘোষিত হোৱা বহুদিনৰ পৰা শুনি আহিছোঁ। প্ৰতিষ্ঠিত সুৰকাৰ আৰু কণ্ঠশিল্পীৰ দ্বাৰা সুৰাৰোপিত আৰু ৰূপায়িত হোৱা ভালেমান গীতে গীতিকাৰ শৰ্মাৰ সাফল্য আৰু জনপ্ৰিয়তাৰ স্বাক্ষৰ বহন কৰে। নবীন চামৰ মাজত জনপ্ৰিয় হোৱা হেতুকে মই এই গীতিকাৰ গৰাকীকো নবীনৰ শাৰীতে স্থান দি আছিলোঁ। পিছে অলপতে তেখেতে নিজে মোৰ ওচৰলৈ আহি পৰিচয় দিয়াতহে মোৰ ভুল ভাগিল। দেখিলোঁ যে শৰ্মা ডাঙৰীয়া এগৰাকী প্ৰবীণ ব্যক্তি, অৱসৰপ্ৰাপ্ত শিক্ষক - মোৰেই দৰে। সেয়েহে তেখেতৰ প্ৰতি মই এক সহজাত আত্মীয়তা অনুভৱ কৰিলোঁ।

বৰ্ষীয়ান গীতিকাৰ **শ্ৰীযুত নীলকান্ত শৰ্মাই** এতিয়ালৈকে ৰচনা কৰা প্ৰচুৰ সংখ্যক গীতৰ সংকলন পাঁচোটা খণ্ডত প্ৰকাশৰ বাবে চলোৱা প্ৰস্তুতি ইতিমধ্যে সম্পূৰ্ণ হৈ উঠিছে। তেখেতৰ অনুৰোধমৰ্মে **'দেশ মোৰ, গীতে গীতে'** নামৰ পঞ্চম খণ্ডটিৰ গীত সমূহত চৌতে খৰ মাৰি চকু ফুৰাই চাইছোঁ আৰু তাৰে ওপৰত ভিত্তি কৰি দু-আষাৰ লিখিবলৈ লৈছোঁ। সঁচা কথা ক'বলৈ গ'লে , মই গীতিকাৰ নহও, সুৰকাৰ-গায়কহে। গীত ৰচনাৰ বিষয়ে কাৰিকৰী অভিমত দিয়াৰ অধিকাৰ মোৰ আছে বুলি মই নিজেই নাভাবোঁ। পিছে মোতকৈও বয়োজ্যেষ্ঠ শৰ্মা ডাঙৰীয়াৰ উদ্যম আৰু উৎসাহৰ উত্তাপে মোক এনেদৰে অনুপ্ৰাণিত কৰিছে যে মই আনন্দেৰে আৰু আগ্ৰহেৰে এই দায়িত্ব যেন্বা গ্ৰহণ কৰিছোঁ।

ড° বীৰেন্দ্ৰনাথ দত্ত
চন্দ্ৰবালা বৰুৱা উপ-পথ
১০৪, গোপীনাথ বৰদলৈ পথ
শিলপুখুৰী, গুৱাহাটী-৭৮১০০৩
(০৩৬১) ২৬৬৮৭৭০

Dr. Birendranath Dutta
Chandrabala Barooah Lane
104, Gopinath Bardoloi Road
Silpukhuri, Guwahati-781003
(0361) 2668770

## :দেশ মোৰ, গীতে গীতে :
## সদিচ্ছাৰ দু-আষাৰ

সংকলনটিৰ নামকৰণেই স্পষ্ট কৰি দিয়ে যে ইয়াত থকা শতাধিক ৰচনাৰ বিষয়বস্তু হ'ল মূলতঃ দেশপ্ৰেম, গীত সমূহৰ মাজেৰে প্ৰতিফলিত হৈছে অভিজ্ঞ গীতিকাৰ গৰাকীৰ দেশৰ প্ৰতি, দেশৰ মানুহৰ প্ৰতি একান্ত অনুৰাগ আৰু দায়িত্ববোধ বিভিন্ন ৰূপত, বিচিত্ৰ ৰূপত, বিচিত্ৰ শব্দ-চয়ন আৰু প্ৰকাশ-ভঙ্গীৰে। মোৰ প্ৰত্যয় জন্মিছে যে সংকলনটিৰ প্ৰকাশে গীতিকাৰ হিচাপে শ্ৰীযুত নীলকান্ত শৰ্মাৰ সুনাম অধিক সু-প্ৰতিষ্ঠিত কৰিব।

ইতি –

শ্ৰীবীৰেন্দ্ৰনাথ দত্ত

দিনাংকঃ- ১২/১২/২০০৯

(ড° বীৰেন্দ্ৰনাথ দত্ত)

সূৰ্য্য হাজৰিকা
SURJYA HAZARIKA, M.Com

Ph (0361) 2458807
Chandrakanta Press Building
Chandrakanta Hazarika Path
Tarun Nagar, Guwahati-781005

# শুভেচ্ছাৰে দু-আষাৰ (প্ৰকাশকৰ)

Poetry is the rhythmic creation of beauty. Genuine poetry can communicate before it is understood.

শ্ৰীযুত নীলকান্ত শৰ্মাদেৱৰ গীতি-কবিতাৰ সুন্দৰতা মোহনীয়। সহজে বোধগম্য হোৱা তেওঁৰ ভাবৰ পৰিসৰ বহল। গীতি-কবিতাৰ মাজেৰে তেওঁ সাহিত্য-সংস্কৃতিৰ পথাৰখনত নিজকে স্থায়ী কৰিবলৈ সক্ষম হৈছে। আমাৰ দ্বাৰা প্ৰকাশিত পাঁচোখনি গীতি-কাব্য (১) 'গীতি অঞ্জলি' (২) 'গীতি মঞ্জৰী' (৩) 'গীতি স্বৰ্ণালী' (৪) 'গীতি বৰ্ণালী' (৫) 'দেশ মোৰ গীতে গীতে' আৰু (৬) 'আলেখ্য লহৰী' (একত্ৰে দহখনি সংগীতালেখ্য) পুথিকেইখন সুধী সমাজে তথা সুৰকাৰ, কণ্ঠশিল্পী আৰু কবিতা প্ৰেমীসকলে আদৰি ল'ব বুলি মোৰ দৃঢ় বিশ্বাস। অসমীয়া গীতি-কবিতাৰ ভঁৰালত পুথি কেইখনৰ সংযোজনে যথেষ্ট অৰিহণা যোগাব। শ্ৰীযুত নীলকান্ত শৰ্মাদেৱৰ দূৰন্ত গতিয়ে আৰু অধিক গীতি-কবিতাৰ সৃষ্টি কৰিব বুলি আশা কৰি শৰ্মাদেৱলৈ আন্তৰিক শুভেচ্ছা জনালোঁ।

সূৰ্য্য হাজৰিকা

১.২.২০১০ (সূৰ্য্য হাজৰিকা)

# :গীতি পঞ্চশত :(গ্ৰন্থকাৰৰ আগকথা) [এক]

## [‘গীতি অঞ্জলি’, ‘গীতি মঞ্জৰী’, ‘গীতি বৰ্ণালী’, ‘গীতি স্বৰ্ণালী’ আৰু ‘দেশ মোৰ, গীতে গীতে’]

বিদ্যালয়ৰ অষ্টম শ্ৰেনীৰ ছাত্ৰ অৱস্থাৰ পৰাই (১৯৫০ চন) সৰু সৰু কবিতা লিখিছিলোঁ। ‘জাগৰণ’, ‘আমি অকণিৰ দল’ নামৰ মোৰ দুটি গীতি-কবিতা ‘ সদৌ অসম প্ৰাথমিক শিক্ষক সন্মিলন’ ৰ মুখপত্ৰ ‘মুক্তি’ত (প্ৰয়াত তৰুণ চন্দ্ৰ চাংকাকতিৰ সম্পাদনাত, তামুলীছিগা, যোৰহাট) পোন প্ৰথমে প্ৰকাশিত হৈছিল। সেই সময়ৰ সাপ্তাহিক ‘জনমভূমি’ কাকততো মাজে মাজে লিখিছিলোঁ। কলেজীয়া ছাত্ৰ অৱস্থাত (১৯৫২-৫৬ চন) স্বৰ্গীয় পদ্মধৰ চলিহা ছাৰ, স্বৰ্গীয় পৰাগধৰ চলিহা ছাৰ, স্বৰ্গীয় বীৰেন বৰকটকী ছাৰ প্ৰমুখ্যে মোৰ পৰম শ্ৰদ্ধাভাজন শিক্ষা গুৰু সকলৰ সান্নিধ্যত উৎসাহিত হৈ কবিতা লিখাৰ হেঁপাহ বাঢ়িল। কিন্তু লেখাৰ আৰ্হি একেটাই — তিনিটা অনুচ্ছেদৰ যোল্ল শৰীয়া গীতি কবিতা। কবিতাৰ মাজত গীত সোমাই থাকিলেও সকলো কবিতাই যে গীত নহয়, এই কথা মোৰ বহুত পিছতহে উপলব্ধি হৈছিল। মোৰ বৈবাহিক জীৱন আৰম্ভ হোৱাৰ পিছত অসমৰ অন্যতম অগ্ৰণী সংগীতপ্ৰাণ সুৰৰ সাধক, **প্ৰয়াত মুকুল বৰুৱা দেৱৰ** সান্নিধ্যলৈ আহিহে জানিলোঁ যে মোৰ সেই সৰু সৰু যোল্ল শৰীয়া কবিতা বিলাক ‘গীত’ হৈছে — যিবিলাকক ‘**গীতি কবিতা**’ বুলিব পাৰি। আইতা প্ৰয়াত পদ্মশ্ৰী নলিনীবালা দেৱীয়েও গীতি-কবিতাবিলাক পঢ়িচাই বৰ প্ৰশংসা কৰিলে আৰু একে আষাৰে গীত হৈছে বুলিয়েই ক'লে। আৰু এই বিলাক সুৰ সংযোজনাৰে প্ৰচাৰৰ বাবে গুৱাহাটী অনাতাঁৰ কেন্দ্ৰলৈ পঠাবলৈ উপদেশ দিলে। সেইমতে সেই সময়লৈকে অৰ্থাৎ ষাঠি দশকৰ শেষলৈকে লিখা গীত খিনিৰ পঁচিশটা গীত, ককাইদেউ আৰু আইতাৰ উপদেশ মতে, আকাশবাণী গুৱাহাটী কেন্দ্ৰৰ কৰ্তৃপক্ষলৈ পঠোৱা হ'ল। তাৰে ফলশ্ৰুতিতে ১৯৭০ চনত আকাশবাণী গুৱাহাটী কেন্দ্ৰই মোক গীতিকাৰ হিচাপে স্বীকৃতি প্ৰদান কৰে।

## :গীতি পঞ্চশত :(গ্ৰন্থকাৰৰ আগকথা) [দুই]

## ['গীতি অঞ্জলি', 'গীতি মঞ্জৰী', 'গীতি বৰ্ণালী', 'গীতি স্বৰ্ণালী' আৰু 'দেশ মোৰ, গীতে গীতে']

মই বৰ উৎসাহিত হ'লোঁ। অসমৰ নবীন প্ৰবীন বহুজন কণ্ঠ শিল্পী আৰু সুৰকাৰে মোৰ বহুখিনি গীতত সুৰ আৰু কণ্ঠদান কৰিলে। কণ্ঠদান কৰোঁতা সকলৰ ভিতৰত বিশ্ববৰেণ্য সুধাকণ্ঠ 'অসম ৰত্ন' তথা 'সংগীত ৰত্ন' ড° ভূপেন হাজৰিকা, জয়ন্ত হাজৰিকা, দিলীপ শৰ্মা, সুদক্ষিণা শৰ্মা, খগেন মহন্ত, অৰ্চনা মহন্ত, নীলিমা খাতুন, অণিমা ভট্টাচাৰ্য্য, ৰঞ্জু ভট্টাচাৰ্য, প্ৰণতি খাউন্ড, জয়ন্তজিৎ দাস, দিলীপ দাস, ড° অণিমা চৌধৰী, পুলক বেনাৰ্জী, ৰামেশ্বৰ পাঠক (বেনাৰ্জী আৰু পাঠকে আমাৰ 'ভোগৰ বতৰা' নামৰ সঙ্গীতালেখ্যত কণ্ঠদান কৰিছে। তদুপৰি অপূৰ্ব বেজবৰুৱা, মহানন্দ মজিন্দাৰ বৰুৱা, মঞ্জুমালা ফুকন(শৰ্মা), শান্তা হাজৰিকা, দুলাল গগৈ, আফ্ৰুজা বেগম, উৎপলা শৰ্মা, কিৰণ নেৰ্বাৰ, অঞ্জনা কটকী, উমেশ গগৈ, কল্পনা ভাগৱতী প্ৰমুখ্যে বহু কেইজন কণ্ঠশিল্পীয়েও মোৰ ৰচিত গীতত কণ্ঠদান কৰিছে।

সুৰ সংযোজন কৰোঁতা সকলৰ ভিতৰত সুৰ সম্ৰাট মুকুল বৰুৱা, জিতেন দেৱ, প্ৰভাত শৰ্মা, জে.পি. দাস (জ্যোতিপ্ৰসাদ দাস), হীৰেন গোহাঁই, ৰাজেন গোহাঁই, অৰবিন্দ শৰ্মা, সুবীৰ গুপ্তা, অনুৰোধ গগৈ, বিপুল বৰুৱা, প্ৰসেনজিৎ ফাংচ', অনুপম চৌধুৰীকে প্ৰমুখ্যে কৰি ভালে কেইগৰাকী স্বনামধন্য বৰেণ্য নবীন প্ৰবীণ সুৰকাৰে মোৰদ্বাৰা ৰচিত ভালেখিনি গীতত সুৰাৰোপ কৰিছে। এই সকল কণ্ঠ আৰু সুৰ শিল্পীলৈ মোৰ আন্তৰিক কৃতজ্ঞতা জ্ঞাপন কৰিলোঁ। তেখেত সকলৰ মৰম মোৰ গীত ৰচনাৰ অন্যতম প্ৰেৰণা।

উল্লেখযোগ্য যে, 'অসমীয়া বিশ্বকোষ'ৰ (১৯৮৯ চনত অসম প্ৰকাশন পৰিষদৰ দ্বাৰা সম্পাদিত আৰু প্ৰকাশিত প্ৰথম খণ্ডত) অসমীয়া গীতি-সাহিত্যৰ অধ্যায়ত (৩১৪ পৃষ্ঠা) মোৰ নাম অন্যতম গীতিকাৰহিচাপে সন্নিবিষ্ট হোঁৱা দেখি গীত ৰচনাৰ মাধ্যমেৰে গীতি-সাহিত্য সৃষ্টিৰ প্ৰতি মই অধিক উৎসাহিত হ'লোঁ আৰু এই ধাৰা অদ্যাপিও অব্যাহত ৰাখিছোঁ।

## :গীতি পঞ্চশত :(গ্ৰন্থকাৰৰ আগকথা) [তিনি]

['গীতি অঞ্জলি', 'গীতি মঞ্জৰী', 'গীতিবৰ্ণালী', 'গীতি স্বৰ্ণালী' আৰু 'দেশ মোৰ, গীতে গীতে']

তাৰে পৰিণতিতে মোৰ গীত-ৰচনা **'গীতি পঞ্চশত'ৰ** অন্তৰ্গত **পাঁচখনি গীতি-কাব্য সংকলন ক্ৰমে – '(১) গীতি অঞ্জলি (২) গীতি মঞ্জৰী (৩) গীতি স্বৰ্ণালী (৪) গীতি বৰ্ণালী আৰু (৫) দেশ মোৰ, গীতে গীতে' (সম্পূৰ্ণ এশটি গীতেই দেশপ্ৰেমমূলক) ৰ প্ৰকাশ। প্ৰত্যেক খনি সংকলনতে সূচীপত্ৰত শ্ৰেণীবিভাজনেৰে আৰু গীতৰ শিৰোণামাৰে যেনে – বিচিত্ৰ, ৰোমান্টিক, দ্বৈতকণ্ঠী, গীতিবাৰ্ত্তা, ওমলা গীত, প্ৰকৃতি প্ৰীতি, বন্দনা, দেশ প্ৰেমমূলক, নিচুকনি গীত, বৃন্দগীত, ঝুমুৰ সুৰীয়া গীত, আধ্যাত্মিক গীত আৰু অনেক চিত্ৰকল্পৰে ভিন্ন ৰুচিবোধৰ আৰু বিষয়ৰ অন্যূন এশটিকৈ গীত সন্নিবিষ্ট কৰা হৈছে।** আৰু প্ৰতিটো গীততে যাতে একোটি মুলকথা, বাণী বা 'মেছেজ' (Message ) থাকে, একোটি গীতত একোটি শব্দ পৰাপক্ষত যাতে দুবাৰ ব্যৱহাৰ নহয়, যাতে যুক্তাক্ষৰ যুক্ত শব্দৰ প্ৰয়োগ কম হয় আৰু অনুচ্ছেদ বিলাকৰ গীতৰ সুৰ ৰচনাৰ কাৰণে প্ৰয়োজনীয় ছন্দবদ্ধতা( পদ্য ধৰ্মী নোহোৱাকৈ) থাকে, প্ৰতিখন গীতৰ পুথিৰ পৰা কণ্ঠ শিল্পী আৰু সুৰকাৰসকলে যাতে তেখেত সকলে মনেৰে বিচৰা গীত নিৰ্বাচন কৰিব পাৰে, তাৰ প্ৰতি বিশেষ সচেতনতা অৱলম্বন কৰা হৈছে। সংশ্লিষ্ট সুধীজনৰ পৰা সংকলনকেইটিয়ে মৰম পালে মোৰ প্ৰচেষ্টা সাৰ্থক বুলি ভাৱিবৰ থল বিচাৰি পাম।

এই **'গীতি পঞ্চশত'** ৰ অন্তৰ্গত উল্লেখিত পাঁচখনি গ্ৰন্থৰ উপৰিও **একত্ৰে দহ খনি সঙ্গীতালেখ্যৰ** প্ৰতিখনতে কথাংশৰ উপৰি কমেও পাঁচটা বা ততোধিক গীত সন্নিবিষ্ট কৰি **'আলেখ্য লহৰী'** নামেৰে **একখনিসঙ্গীতালেখ্যৰ সংকলন** প্ৰকাশ কৰা হৈছে। এই সংকলনত **'(১) বৰষাৰ ছন্দ, (২) ভোগৰ বতৰা, (৩) মিলন তীৰ্থ, (৪) মহিষাসুৰ মৰ্দ্দিনী, (৫) গণতন্ত্ৰৰ দোলনি, (৬) লোকতন্ত্ৰৰ লগ্ন, (৭) স্বতন্ত্ৰতাৰ স্বপ্ন, (৮) যা দেৱী সৰ্ব্বভূতেষু, (৯) এক জাতি, এক প্ৰাণ, একতা (১০) ৰ'হাগ'**

## :গীতি পঞ্চশত :(গ্ৰন্থকাৰৰ আগকথা) [চাৰি]

### ['গীতি অঞ্জলি', 'গীতি মঞ্জৰী', 'গীতি বৰ্ণালী', 'গীতি স্বৰ্ণালী' আৰু 'দেশ মোৰ, গীতে গীতে']

নামৰ সঙ্গীতালেখ্য দহখনি সুকীয়া সুকীয়া কিতাপ আকাৰে প্ৰকাশ নকৰি একেখনি গ্ৰন্থতে (আলেখ্য লহৰী) সন্নিৱিষ্ট কৰা হৈছে। অসমীয়া গীতি সাহিত্যত সঙ্গীতালেখ্যৰ সংকলন বৰ বেছি চকুত পৰা নাই। এইবিধ ৰচনাৰ আৰ্হিৰ অভাৱত আমাৰ নিজৰ চিন্তাধাৰাতে এই আলেখ্যকেইখনি ৰচনা কৰা হৈছে আৰু ইতিমধ্যে তাৰে অধিকাংশই আকাশবাণী গুৱাহাটী আৰু ডিব্ৰুগড় কেন্দ্ৰৰ পৰা ১৯৭১-১৯৭২ চনৰে পৰা, আৰু শেহতীয়াকৈ গুৱাহাটী অনাতাঁৰ কেন্দ্ৰৰ পৰা ২০০৯ চনৰ 'গণতন্ত্ৰ দিৱস' (২৬ জানুৱাৰীৰ দিনালৈকে প্ৰচাৰিত হৈছে। শেষৰ খনি সঙ্গীতালেখ্যৰ নাম আছিল --'লোকতন্ত্ৰৰ লগ্ন'।

তাৰোপৰি ডিব্ৰুগড় আৰু গুৱাহাটী দূৰদৰ্শন কেন্দ্ৰৰ পৰাও বিশেষ দিৱস যেনে – স্বাধীনতা দিৱস, গণতন্ত্ৰ দিৱস, ছহিদ দিৱস আদিত মোৰ ৰ'চিত দেশপ্ৰেমমূলক বৃন্দগীত পৰিবেশিত হৈ আহিছে। এই সকলোবিলাক কথাৰ ভিত্তিতে উৎসাহিত হৈ মোৰ এতিয়ালৈকে সংগ্ৰহ কৰিব পৰা পাঁচ শতাধিক গীত উপৰোক্ত গীতি সংকলনত প্ৰকাশ কৰিবৰ বাবে আগ্ৰহান্বিত হ'লোঁ। গীতখিনি প্ৰকাশৰ ক্ষেত্ৰত, মোৰ অসীম মৰম আৰু শ্ৰদ্ধাৰ সঙ্গীতভাস্কৰ ভূপেনদা ৰ (ড° ভূপেন হাজৰিকা) আশিস বিচাৰি আৰু তেখেতৰ স্বাস্থ্যৰ খবৰ ল'বলৈ গুৱহাটীৰ নিজৰাপাৰৰ ঘৰলৈ যাওঁতে, এই প্ৰস্তাৱিত কাৰ্যলৈ শুভেচ্ছা জনোৱাৰ লগতে, প্ৰকাশৰ বাবে অসমৰ অন্যতম অগ্ৰণী সাহিত্য প্ৰকাশক পদ্মশ্ৰী সূৰ্য্য হাজৰিকাদেৱৰ ওচৰলৈ যাবলৈ উপদেশ দিলে আৰু তদনুসাৰে ময়ো তেখেতৰ কাষ চাপিলোঁ। তাৰফলতে মোৰ এই গীতি সংকলন – 'গীতি পঞ্চশত' আৰু 'আলেখ্য লহৰী' য়ে পোহৰৰ মুখ দেখা পালে। সেয়ে পদ্মশ্ৰী হাজৰিকা দেৱলৈ মোৰ আন্তৰিক শ্ৰদ্ধা আৰু কৃতজ্ঞতা জ্ঞাপন কৰিলোঁ।

মোৰ ধাৰণা মতে, গীত সৃষ্টি গীতিকাৰৰ কোনো মুহূৰ্তৰ বা বিষয়ৰ

# :গীতি পঞ্চশত :(গ্ৰন্থকাৰৰ আগকথা) 

## [‘গীতি অঞ্জলি’, ‘গীতি মঞ্জৰী’, ‘গীতি বৰ্ণালী’, ‘গীতি স্বৰ্ণালী’ আৰু ‘দেশ মোৰ, গীতে গীতে’]

কলাত্মক উপলব্ধি আৰু সীমিত শব্দৰ ভিতৰত একোটি নিটোল গীতি কবিতাৰ আত্মপ্ৰকাশ। মুহূৰ্তৰ উপলব্ধিয়ে তৎকালিক ভাবে একো একোটা সুন্দৰ অমৰ গীতৰ জন্ম দিয়াৰ অনেক উদাহৰণ আছে। গীতৰ সুন্দৰ কথা, তাৰ লগত খাপ খোৱা সুন্দৰ সুৰ, আৰু বাদ্যযন্ত্ৰৰ সুসম ব্যৱহাৰে একোটি কালজয়ী গীত সৃষ্টি কৰে। সুৰ সংযোজনত যদি সুৰকাৰৰ, গীতিকাৰৰ গীতৰ বিষয়বস্তু আৰু কথাৰ সম্যক উপলব্ধি আৰু কণ্ঠদাতাৰো যদি গীতটিৰ ভাবাৰ্থ হৃদয়ঙ্গম হয়, তেতিয়াহে একোজন গীতিকাৰৰ একোটি সাৰ্থক শব্দৰ আৰু ভাবাৰ্থৰ গীত ‘প্ৰকৃত গীত’ হিচাপে জন্ম লাভ কৰিব পাৰে। তাতে যদি তেনে গীতত নিজৰ দেশৰ কেঁচা মাটিৰ সুৰৰ সুবাস থাকে, তেতিয়া যেন সোণতহে সুৱগা চৰে। সেই বুলি অন্য সুৰকো বিজতৰীয়া বুলি পৰিত্যাগ কৰাৰ কথা কোৱা হোৱা নাই । অন্য সুৰ আৰু নিজৰ সুৰৰ সু-সংমিশ্ৰণতো একোটা গীতে অমৰত্ব লাভ কৰে। একোটি কালজয়ী গীত, গীতত ব্যৱহাৰ কৰা শব্দমালা আৰু যথোপযুক্ত সুৰৰ, সু-কণ্ঠৰ আৰু বাদ্যৰ সমাহাৰ মাথোঁন।

মোৰ গীত খিনিৰ দুই এটি গীত অসমৰ বাহিৰত ফুৰিবলৈ যাওঁতে, যেনে - অৰুণাচল, কৰ্ণাটক আদি প্ৰদেশৰ বিভিন্ন ঠাইত মুহূৰ্তৰ উপলব্ধিত দুই এটি মনত লগা বিষয়বস্তুৰ ওপৰত লিখা। তাৰোপৰি ১৯৫০ চনৰ পৰা অদ্যাপিও মোৰ জীৱন পৰিক্ৰমাৰ বিভিন্ন বয়সত ওৰেটি জীৱনতে এই গীত খিনি ৰচিত। সেয়েহে ইয়াত গীত বিশেষে বয়সৰ চাপ পৰা তেনেই স্বাভাৱিক। বিভিন্ন বাতৰি কাকতত যেনে- ‘দৈনিক অসম’, ‘জনমভূমি’, ৰংভূমি আদি আলোচনীৰ বিশেষ সংখ্যাত কিছু গীত মাজে মাজে প্ৰকাশ হৈছিল। তাৰোপৰি আকাশবাণী গুৱাহাটী কেন্দ্ৰই প্ৰকাশ কৰা (?) গীতি সংকলন ‘নতুন দিনৰ গীত’ত, ‘জনপ্ৰিয় অসমীয়া আধুনিক গীত’ৰ প্ৰথম খণ্ডত (বাবুল দাসৰ সংকলনেৰে শ্ৰীমন্ত প্ৰেছ, পাণ বজাৰ, গুৱাহাটী-১ মুদ্ৰিত) প্ৰকাশিত গীতি সংকলনত স্থান দিয়া হৈছে। ইয়াৰ উপৰি ‘স্পন্দন’, ‘মোৰ গীতৰ পুৱা’ (ক্ৰমে

['গীতি অঞ্জলি', 'গীতি মঞ্জৰী', 'গীতি বৰ্ণালী', 'গীতি স্বৰ্ণালী' আৰু 'দেশ মোৰ, গীতে গীতে']

হীৰেন গোহাঁই আৰু পুলিন চন্দ্ৰ গগৈৰ দ্বাৰা প্ৰযোজিত) আদি শ্ৰব্য কেছেটত মোৰ ৰচিত গীত, স্বনামধন্য গীতিকাৰসকল যেনে - ড° নিৰ্মলপ্ৰভা বৰদলৈ, ড° মহেন্দ্ৰ বৰাৰ দৰে গীতিকাৰ সকলৰ গীতৰ লগতে ঠাই পাইছে। এই সকলোখিনি গীতৰ যিখিনি সংগ্ৰহ কৰিব পাৰিলোঁ আৰু যিখিনি হাতত আছিল সকলোটি মিলাই মোৰ এই গীতি সংকলন কেইটিৰ প্ৰকাশ। এই গীত খিনিৰ বুজন সংখ্যক গীত দ্বৈত-সঙ্গীত আৰু বৃন্দগীত। 'দেশ মোৰ, গীতে গীতে' সংকলনটিৰ এশটি গীতেই দেশপ্ৰেমমূলক গীত। লগতে সেই একে ভাবাপন্ন আৰু দুটি উপৰঞ্চি গীত উক্ত গ্ৰন্থখনিত সন্নিবিষ্ট কৰা হৈছে।

'গীতি পঞ্চশত'ৰ পাঁচখনি গ্ৰন্থৰ বিষয়ে অভিমতৰ আধাৰত ক্ৰমে –(১) মুখবন্ধ (২) সুৰাগুৰি (৩) মংগলবাক্ (৪) পাতনি (৫) সদিচ্ছাৰ দু-আষাৰ আৰু (৬) 'আলেখ্য লহৰী' (একত্ৰে দহখনি গীতি আলেখ্য) সংকলৰ আগকথা (মূল্যায়নৰ দৃষ্টিৰে) লিখি গ্ৰন্থ কেইখনিৰ সৌষ্ঠৱ বৃদ্ধি কৰাৰ বাবে, আমাৰ পৰম শ্ৰদ্ধাৰ বিশ্ৰুত পণ্ডিতমণ্ডলী যথাঃ অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি, বিশিষ্ট সাংবাদিক-সাহিত্যিক হোমেন বৰগোহাঞিঃ; গুৱাহাটী বিশ্ববিদ্যালয়ৰ প্ৰাক্তন অধ্যাপিকা, সাহিত্যিক তথা সঙ্গীত সাধিকা – ড° লক্ষহীৰা দাস; গুৱাহাটী বি. বৰুৱা মহাবিদ্যালয়ৰ প্ৰাক্তন অধ্যক্ষ, পণ্ডিতপ্ৰবৰ –ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য; গুৱাহাটী বিশ্ববিদ্যালয়ৰ ইংৰাজী বিভাগৰ প্ৰাক্তন মুৰব্বী অধ্যাপক তথা কলাগুৰু, বিশিষ্ট চিন্তাবিদ, সমালোচক- ড° হীৰেন গোহাঁই; অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি, গুৱাহাটী বিশ্ববিদ্যালয় আৰু তেজপুৰ কেন্দ্ৰীয় বিশ্ববিদ্যালয়ৰ প্ৰাক্তন অধ্যাপক, গৱেষক তথা কলা-সংস্কৃতিৰ পুৰোধা ব্যক্তি, পদ্মশ্ৰী – ড° বীৰেন্দ্ৰনাথ দত্ত; গুৱাহাটী বিশ্ববিদ্যালয়ৰ প্ৰাক্তন ৰবীন্দ্ৰনাথ ঠাকুৰ অধ্যাপক আৰু মুৰব্বী (আধুনিক ভাৰতীয় ভাষা বিভাগ) - ড° সত্যেন্দ্ৰ নাৰায়ণ গোস্বামী, প্ৰমুখ্যে সুধীজনলৈ আমাৰ কৃতজ্ঞতাৰ শৰাই আগবঢ়ালোঁ। তদুপৰি অসম চৰকাৰৰ প্ৰাক্তন শিক্ষাআয়ুক্ত – শ্ৰীদীনেশ বৰ্মন [আই.এ. এছ.(অঃ প্ৰাঃ)] ডাঙৰীয়াই

## :গীতি পঞ্চশত :(গ্ৰন্থকাৰৰ আগকথা) [সাত]

### [‘গীতি অঞ্জলি’, ‘গীতি মঞ্জৰী’, ‘গীতি বৰ্ণালী’, ‘গীতি স্বৰ্ণালী’ আৰু ‘দেশ মোৰ, গীতে গীতে’]

**‘গীতি অঞ্জলি’** আৰু **‘গীতি মঞ্জৰী’** পুথি দুখনি আৰু শিক্ষাব্ৰতী আৰু শিক্ষাৰ্থীৰ কৰ্তব্যৰ ওপৰত লিখা কেইটিমান গীতৰ ওপৰত মন্তব্য লিখি শুভেচ্ছা জনাই আমাক কৃতাৰ্থ কৰিছে । তেখেতলৈও আমাৰ ওলগ জনালোঁ।

গীতি-সংকলন কেইখনিৰ প্ৰকাশৰ ক্ষেত্ৰত মোক অনবৰতে উৎসাহ, উদগণি আৰু প্ৰেৰণা দিয়া বাবে মোৰ সহধৰ্মিণী শ্ৰীমতী অঞ্জলী দেৱীৰ (মামু)ওচৰত মই আজীৱন ঋণী আৰু কৃতজ্ঞ। তেওঁৰ এই খিনি নোহোৱা হ'লে হয়তো মোৰ লেখাখিনিয়ে প্ৰকাশৰ মুখ দেখাৰ পৰাই বঞ্চিত হ'লহেঁতেন। তাৰোপৰি এই ক্ষেত্ৰত পাণ্ডুলিপি প্ৰস্তুত কৰোঁতে মোৰ প্ৰাক্তন ছাত্ৰী আৰু একালৰ সহকৰ্মী তথা সুপ্ৰবন্ধকাৰ শ্ৰীমতী কুশপ্ৰভা কোঁৱৰ (নামৰূপ) মোৰ আন্তৰিক শলাগ আৰু আশীৰ্বাদৰ পাত্ৰী। আৰু উল্লেখযোগ্য ব্যক্তি সকল — যথা, হাস্যব্যংগ সাহিত্যিক তথা নাট্যশিল্পী শ্ৰীউপেন্দ্ৰনাথ বৰদলৈ, গল্পকাৰ শ্ৰীমুকুত মিহিৰায়ন, গীতিকাৰ শ্ৰীগীতা হাতীকাকতি, গীতিকাৰ শ্ৰীজ্যোতিনাথ শৰ্মা বৰদলৈ, গীতি কবি শ্ৰীমৃণাল কুমাৰ বৰা, সংকলন কেইটিৰ বেটুপাত অঙ্কন কৰোঁতা শ্ৰীঅতুল নাথ আদি ব্যক্তি সকলৰ ওচৰত, এই ক্ষেত্ৰত আগবঢ়োৱা সহায়-সহযোগ আৰু দিহা পৰামৰ্শৰবাবে কৃতজ্ঞতা প্ৰকাশ কৰিলোঁ।

সৰ্বশেষত এটা কথা উল্লেখ কৰোঁ যে, যিহেতু **‘গীতি পঞ্চশত’** সংকলনটি উল্লেখিত পাঁচখনি গীতি কাব্য যথা — ‘**(১) গীতি অঞ্জলি (২) গীতি মঞ্জৰী (৩) গীতি স্বৰ্ণালী (৪) গীতি বৰ্ণালী আৰু (৫) দেশ মোৰ, গীতে গীতে**’ ৰ সমষ্টি, সেয়েহে সংকলন কেইটিৰ বাবে সুকীয়া সুকীয়া পাতনি বা আগ-কথা নিলিখি, একে খনি পাতনি বা আগ- কথাকে প্ৰতিখন পুথিতে সন্নিবিষ্ট কৰা যুগুত বুলি বিবেচনা কৰিলোঁ।

জয়তু ভাষা জননী।।

**দিনাংক : ফেব্ৰুৱাৰী,২০১০**

**‘জীৱেশ্বৰী কুটীৰ’, নীলমণি ফুকন পথ, গুৱাহাটী-৫**

**দূৰভাষ - (০৩৬১) ২৩৪৪৪০৮, ৯৯৫৭৮-৫৮২৭৭**

**(নীলকান্ত শৰ্মা)**

:গীতি পঞ্চশত :

['গীতি অঞ্জলি', 'গীতি মঞ্জৰী', 'গীতি বৰ্ণালী', 'গীতি স্বৰ্ণালী' আৰু 'দেশ মোৰ, গীতে গীতে']

# ।। সূচীপত্ৰ ।।

['গীতি অঞ্জলি', 'গীতি মঞ্জৰী', 'গীতি বর্ণালী', 'গীতি স্বর্ণালী' আৰু 'দেশ মোৰ, গীতে গীতে']

## অৰ্পণ

[সহধৰ্মিণী শ্ৰীমতী অঞ্জলী দেৱীৰ (মামু) হাতত]

'গীতি অঞ্জলি' এশ পাহি ফুল,
মন-ফুলনিৰ পৰা ।
সুৰ সুৰভিত, হ'লে নহ'লেও
মালীৰ হৃদয় ভৰা ।।

ভাষা জননীৰ দুখানি চৰণে,
এয়া এধাৰি মালা ।
অতি হেঁপাহেৰে, ভক্তি সহকাৰে,
মালা সযতনে গাঁথা ।।

পুথি আকাৰত গীতৰ অঞ্জলি,
'অঞ্জলী'ৰ হাতত তুলি --
মই যেন আজি ভাবিব পাৰিছোঁ,
নিজকে ধন্য বুলি ।।

— নীলকান্ত শৰ্মা

-ঃ সূচীপত্র ঃ- (এক)

-ঃ সূচীপত্ৰ ঃ- (দুই )

## -: সূচীপত্র :- (তিনি)

-ঃ সূচীপত্র ঃ- (চাৰি)

## গীতি-প্ৰশস্তি

(প্ৰস্তাৱনা)

### ।। গীত অমৃতৰ ধাৰা ........ ।।

গীত অমৃতৰ ধাৰা --
গীত যে শীতল জলধিৰে পূৰ,
তপত বালিৰ সংসাৰ মৰুৰ,
বোৱঁতী এটি নিজৰা।।

গীতি নিজৰাৰ একাঁজলি জলে --
দেহ-মন কৰে জুৰ,
সংসাৰ মৰুৰ, শত পথিকৰ,
অৱসাদ কৰে দূৰ।
ই যে, সঞ্জীৱনী ৰহঘৰা।।

সংগীত নহয় --
নহয় কেৱল,
মানৱ প্ৰেমৰ মন্ত্ৰ।
তৃণ-তৰু-লতা, কাল নাগিনীকো,
সংগীতে কৰে মুগ্ধ।
গীতি-ছন্দৰ ৰূপ মাধুৰীৰে --
ৰঞ্জিতা এই ধৰা।।

♣♣♣

## গীত

(একক/দ্বৈত কণ্ঠী)

### ।। মই যেন এটি গীত.......।।

মই যেন এটি গীত,
তুমি যেন তাৰে ছন্দ ।
মই যেন এটি ফুল --
তুমি যেন তাৰে মধু গন্ধ ।।
মই যেন সুখ-নিদ্ৰা,
তুমি যেন এটি স্বপ্ন ।
মই যেন প্ৰজাপতি --
তুমি যেন শুভ-লগ্ন ।।
মই যেন প্ৰিয়া-পত্ৰ,
তুমি যেন তাৰে বৰ্ণ ।
মই যেন নাৰী-কণ্ঠ --
তুমি যেন মালা-স্বৰ্ণ ।।
আমি যেন দিবা-ৰাত্ৰি,
দুয়ো যেন এটি লগ্ন ।
দুয়ো যেন,অবিচ্ছেদ্য --
দুয়ো যেন,অবিচ্ছেদ্য ।।



[আকাশবাণী গুৱাহাটী কেন্দ্ৰৰ পৰা **'গীতৰ শৰাই'** অনুষ্ঠানত প্ৰচাৰিত]

কণ্ঠ -- **নীলিমা খাতুন**। সুৰ -- **মুকুল বৰুৱা**।

# গীত

(বিচিত্ৰ)

## ।। সোণালী ৰূপালী ৰ'দালি মেঘালী.....।।

সোণালী ৰূপালী,
ৰ'দালি মেঘালী,
তোমাৰে সলনি মন।
মোৰ আমনিৰে ক্ষণ।।
সোঁৱৰাব জানো, লাগে আজি আৰু,
তোমাক নাই দিয়া, কেৰুমণি খাৰু,
দিছিলোঁ মৰমী পণ।।
আমাৰ দিয়া লোৱা,
আছিল শুচি-সঁচা,
মন আকাশতে –
মৰম তৰাবছা,
লাগে তাকে আজীৱন।।
পাহৰি নেযাবা –
প্ৰতিশ্ৰুত-কথা।
যাত্ৰা পথত নলগাবা লেঠা,
আমি দুয়ো প্ৰিয়জন।।

♣♣♣

[আকাশবাণী গুৱাহাটী কেন্দ্ৰৰ পৰা 'সুৰৰ শৰাই' অনুষ্ঠানত প্ৰচাৰিত]

কণ্ঠ – **জয়ন্ত হাজৰিকা** : সুৰ – **মুকুল বৰুৱা** ।

# গীত

(দ্বৈত কণ্ঠী)

## ।। অ' তুমি ব'হাগৰ, গছৰ ডালৰ...... ।।

পুঃ- অ' তুমি ব'হাগৰ, গছৰ ডালৰ,
কোমল কুঁহিপাত ।
মঃ- অ' মই তাতেপৰি, ঠেওধৰি,
নচা কুলিৰ মাত ।।
পুঃ- অ' তুমি নানা ৰঙৰ, সমাৱেশৰ,--
অলেখ নামৰ ফুল ।
মঃ- অ' মই শৰত আকাশ, সজাই তোলা,
অযুত তৰাৰ থূল ।
পুঃ+ মঃ- আমাৰ জীৱন ফাগুণ ৰঙীন,
সেন্দুৰীয়া বাট ।।
পুঃ- অ' মই, সৌ সিপাৰে তোমাক দেখি,
কত ছবি আঁকো ।
মঃ- অ' মই, তুমি থকা পাৰলৈ যাওঁ,
আছে সপোন-সাকোঁ ।
পুঃ+ মঃ- আমি দুয়ো জীৱন নদীৰ--
এটি মিলন-ঘাট ।।



[আকাশবাণী গুৱাহাটী কেন্দ্ৰৰ পৰা 'গীতৰ শৰাই' অনুষ্ঠানত প্ৰচাৰিত]

কণ্ঠ-**শ্ৰীখগেন মহন্ত** আৰু **শ্ৰীমতী অৰ্চনা মহন্ত** ঃ সুৰ-**শ্ৰীপ্ৰভাত শৰ্মা**।

# গীত

(বিচিত্র)

## ।। এই নাটঘৰ কেতিয়া সজালে......।।

এই নাটঘৰ কেতিয়া সজালে,
কোনবা শিল্পী তাৰ।
কত ভাৱৰীয়া --
কৰে আহা যোৱা,
ভাওনা নিচিঙা ধাৰ।।
কোন গায়নে বায়ন জুৰিলে,
কোনেনো নাটৰ সূত্ৰ ধৰিলে,
কোনেওঁ নেপালে পাৰ।
কোন ভাৱৰীয়া কেতিয়া ওলালে,
কোনে অকালতে,
খৰমান গালে,
লেখ লয় কোনে তাৰ !!
কোনো ভাৱৰীয়া ওলায়ে সোমাব,
কোনোৱে পলমে মেলানি মাগিব,
অজান চিত্ৰকৰে সজাব-পৰাব,
আঁৰ ত'ৰি ছলনাৰ।।



[আকাশবাণী গুৱাহাটী কেন্দ্ৰৰ পৰা 'গীতৰ শৰাই' অনুষ্ঠানত প্ৰচাৰিত]
কণ্ঠ - শ্ৰীমতী অৰ্চনা মহন্ত ঃ সুৰ - মুকুল বৰুৱা

# গীত

(বিচিত্র/বন্দনা)

## ।। সুন্দৰ, সুন্দৰ, হে সুন্দৰ........।।

সুন্দৰ, সুন্দৰ ---
হে সুন্দৰ!
তুমি ক'ত, তুমি ক'ত!
দেখা দিয়া এটি বাৰ,
হে নিৰাকাৰ!!
দয়া কৰুণাৰে
হৃদয় ওপচোৱা,
প্ৰীতিৰ বোলেৰে
জগত বোলোৱা।
প্ৰেমময় সজোৱা জগত।।
তমসাও দেখোঁ
নামিছে ধৰাত।
মানৱীয় মৰম যেন –
হেৰাল ক'ৰবাত --
সুন্দৰ, তুমি ক'ত !
সুন্দৰ, তুমি ক'ত!!



[ ডিব্ৰুগড় আকাশবাণী কেন্দ্ৰৰ আধুনিক গীতৰ বিশেষ অনুষ্ঠান **'এই মাহৰ গীত'**ৰ বাবে ৰচিত; গীতিকাৰ আৰু কণ্ঠ শিল্পীৰ সাক্ষাৎকাৰৰ বাণীবদ্ধ বক্তব্য সহ প্ৰচাৰিত] কণ্ঠ – **শ্ৰীমতী ৰঞ্জু ভট্টাচাৰ্য্য** ঃ সুৰ -- **শ্ৰীৰাজেন গোহাঁই।**

# গীত

(বিচিত্ৰ)

## ।। মই বৈ আছোঁ, অকলে নিৰলে...... ।।

মই বৈ আছোঁ, অকলে নিৰলে,
তোমাকেই লগ পাবলৈ।
জীৱনৰ যত করুণ-মধুৰ,
গীত একেলগে গাবলৈ।।
তুমিযে নাহিলে, মোৰ জীৱনলে,
জীৱন অপূৰণ।
ফুল-পাত হীন, করুণ উদাস,
শীতৰ উৰুঙা বন।
আকাশত মোৰ নাই ৰামধেনু,
হেঁপাহ পূৰাই চাবলৈ।।
তোমালৈ এয়া, প্ৰাণৰ বতৰা,
দিয়াৰ উপায় নাই !
মন-কুঞ্জৰ সুৱাসী কুসুম –
মনতে ম'ৰহি যায়।
অ' মেঘদূত, যাবানে এবাৰ,
মোৰ মানসীৰ কাষলৈ!!



[আকাশবাণী গুৱাহাটী আৰু ডিব্ৰুগড় কেন্দ্ৰৰ পৰা **ৰিদীপ দত্ত** আৰু **অপূৰ্ব বেজবৰুৱাৰ** কণ্ঠত প্ৰচাৰিত।]

# গীত

(বিচিত্ৰ)

## ।। মই এখিলা সৰাপাত......... ।।

মই এখিলা সৰাপাত।

ঋতুৰ শেষত যেন সৰি পৰা --

ফাগুনৰ পচোৱাত ।।

সপোন মগন কত ক্ষণ,

আশাভৰা কত পণ,

পাহৰণি বননিতে --

হৈ দিশহাৰা --

হেৰুৱালোঁ কৈবনাত ।।

নীৰৱ নিশাৰ কত গীত,

মৰম-আকুল কত চিত্,

সময়ৰ সোঁতে যেন --

ৰূপ দিলে--

মাথোঁ এটি বেদনাত ।।

মই এখিলা সৰাপাত,

ঋতুৰ শেষত ......

উৰি যোৱা ধুমুহাত ।।



[আকাশবাণী গুৱাহাটী কেন্দ্ৰৰ পৰা 'সুৰৰ শৰাই'ৰ বিশেষ অনুষ্ঠানত প্ৰচাৰিত] কণ্ঠ -- **শ্ৰীমতী কৃষ্ণা চৌধৰী** ঃ সুৰ -- **মুকুল বৰুৱা** ।

# গীত

(একক/দ্বৈত কণ্ঠী)

## ।। অ' মই যদি নীলা আকাশ....... ।।

পুঃ- অ' মই যদি নীলা আকাশ,
তুমি জানা কোন ?
সুনীল আকাশ সজাই তোলা --
শৰত নিশাৰ জোন ।।
মঃ- মই বাসন্তী কুলি হ'লে,
তুমি কু-উ গীত।
আশাৰে বাতৰি আনি --
প্ৰাণ, কৰা পুলকিত।
তুমি, মনো-বনে ৰং সানি যোৱা,
উতলা ফাগুন।।
পুঃ- মই যদি পুবাৰ সুৰুয,
তুমি, হেঙুলীয়া-বোল।
মঃ- মই যদি জীৱন নদী,
তুমি, হ'বা দুটি কূল।
পু+মঃ- আমাৰ মৰম চেনেহ সঁচা--
আমি যে আপোন।।



[আকাশবাণী গুৱাহাটী কেন্দ্ৰৰ পৰা যথাক্ৰমে **বিদীপ দত্ত আৰু মহানন্দ মজিন্দাৰ বৰুৱাৰ** কণ্ঠত প্ৰচাৰিত।]

## গীতি পঞ্চশতঃ গীতি অঞ্জলি : (১৬)

-: এটি গীতি প্ৰাৰ্থনা :-

[আমাৰ অপাৰ মৰম আৰু পৰম শ্ৰদ্ধাৰ
'ভূপেনদা'ৰ আশু আৰোগ্য কামনাৰে]

### ।। 'ভূপেনদা' অপাৰ, মৰম শ্ৰদ্ধাৰ ....... ।।

'ভূপেনদা' অপাৰ মৰম শ্ৰদ্ধাৰ,
সঙ্গীত-সূৰুয, জগত জিনাৰ,
নিজে কয় 'যাযাবৰ' ।
বিশ্বৰ অৰঙে-দৰঙে ফুৰাৰ -
লক্ষ্য তোমাৰ, সুৰ সাধনাৰ --
তুমি গৌৰৱ অসমৰ, তুমি গৌৰৱ ভাৰতৰ ।।
নিজৰো দেশৰো ভাষা জননীৰো --
তুমি স্বাক্ষৰ সুনামৰ ।
তুমি যেন এটি বিৰল প্ৰতিভা,
সঙ্গীতৰ জগতৰ ।
তুমি সকলোৰে হিয়াৰ আমঠু,
হে নমস্য সুধাকৰ ।।
তুমি যেন 'একক' তুলনাবিহীন --
হে সাধক সুন্দৰৰ ।
চিকিৎসালয়তো, সম্ভাষা গীতেৰে,
জনাও প্ৰশস্তি, অন্তৰৰ; প্ৰাৰ্থনা, আশু আৰোগ্যৰ ।।

♣♣♣

ৰচনা কাল ঃ ২০-৪-২০০৬ (বৃহস্পতি বাৰ ['ভূপেনদা' গুৱাহাটীৰ জি.এন.আৰ.চি. ত ৰোগ শয্যাত থাকোতে ৰচিত আৰু নিজৰাপাৰ'ৰ বাস গৃহত তেখেতৰ হাতত অৰ্পিত ।]

## গীতি প্ৰশস্তি

(সঙ্গীত সাধক মুকুল বৰুৱাদেৱৰ পৱিত্ৰ স্মৃতিত)

### ।। প্ৰণামো তোমাক হে অনন্য..... ।।

প্ৰণামো তোমাক হে অনন্য,
সঙ্গীত সাধক শ্ৰেষ্ঠ।
ওপজা মাটিৰ সুৰৰ ছন্দ,
তোমাৰ সাধনা-ক্ষেত্ৰ।।
তুমি অগ্ৰণী স্বভাৱ শিল্পী,
আজীৱন সঙ্গীতৰ।
ওৰেটি জীৱন কৰি অৰ্পণ,
ৰূপকাৰ অৰূপৰ।
কত গীতি-কথা, সুৰে-মালা-গঁথা –
তোমাৰ স্মৃতিৰে ধন্য।।
হে নমস্য, 'প্ৰতিভা-মুকুল',
যাচিছোঁ শ্ৰদ্ধাৰ অঞ্জলি।
আমি সতীৰ্থ ৰূপ তীৰ্থৰ,
গুণীৰ শ্ৰদ্ধাৰ প্ৰয়াসী।
তোমাৰ মহান সৃষ্টি অৱদান,
হওক কালজয়ী সাক্ষ্য, প্ৰেৰণাৰ এটি উৎস।।



['**তোৰে মোৰে আলোকৰে যাত্ৰা**'ৰ স্মৃতি অৰ্ঘ্যৰ সোঁৱৰণি সংখ্যাত প্ৰকাশিত আৰু ৩০-১২-১৯৯৭ চনত গুৱাহাটীৰ ৰবীন্দ্ৰ ভৱনত অনুষ্ঠিত অনন্য সঙ্গীত প্ৰতিভা প্ৰয়াত **মুকুল বৰুৱা** দেৱৰ স্মৃতি-চাৰণ সভাত শ্ৰদ্ধাঞ্জলি হিচাপে পঠিত।] — ৰচয়িতা

# গীত

(বিচিত্র/ধৰিত্ৰী প্ৰীতি)

## ।। তৰাৰে ফুলাম ধুনীয়া আকাশ...।।

তৰাৰে ফুলাম ধুনীয়া আকাশ,

আমাৰ সুদূৰ, বহুত দূৰ।
মাটিৰ পৃথিৱী চিনাকি আমাৰ --
য'তে হয় ৰচা, জীৱন-সুৰ।।
মাটিৰ বুকুতে, জীৱনৰ পুৰা, -
ইয়াতে এদিন জীৱন সন্ধিয়া,
মাটিৰ বুকুতে, সমাধি আমাৰ --
সেয়েহে, মাটি আপোন মোৰ।।
যদিহে সৰগ তৰাৰ দেশত,
সেয়া অচিনাকি --
অজান-পুৰত,
হ'ব পাৰে সেয়া,
মাথোঁ কল্পনা,
আৱেগৰ এক অলীক ৰচনা;
মৰীচিকা মায়াপুৰ।
সেয়েহে, ধৰিত্ৰী আপোন মোৰ।।



[সঙ্গীত জগতৰ অনন্য সুধা কণ্ঠ, বিৰল সঙ্গীত প্ৰতিভা, প্ৰয়াত মহান শিল্পী **জয়ন্ত হাজৰিকাৰ** পবিত্ৰ স্মৃতিত শ্ৰদ্ধাঞ্জলি হিচাপে অৰ্পিত; যিজনাৰ মতে, তেখেতৰ 'মনত লগা কথা'ৰ এই গীতটি, এই মহান শিল্পী জনাৰ নিজৰ সুৰ আৰু কণ্ঠত জীৱন্ত হোৱাৰ আগতে তেখেতৰ জীৱন বন্তি নুমাই গ'ল!] -- ৰচয়িতা

## গীত

( স্মৃতি তর্পণ )

### ।। তুমি নিৰলে নিমাতে গুচি গ'লাগৈ..... ।।

তুমি নিৰলে নিমাতে গুচি গ'লাগৈ,
স্বৰ্গৰ অশ্বিনী কুমাৰ হৈ ।
আপোন জনক, শোকাকুল কৰি,
দূৰ গগনত আছানে বৈ।।

'গঙ্গা চিলনীৰ, অকণি ঠোঁটেৰে',
গঙ্গাৰ পানী জোখালা।
ৰাতি উজাগৰে আইৰে স্মৃতিৰে –
দুধাৰি অশ্রু বোৱালা।
ভাষা জননীক গীতি ছন্দেৰে,
পূজিলা গীতৰ অৰ্ঘ্য লৈ।।

কতনা জনক সুমিষ্ট ভাষাৰ,
স্বাস্থ্য সেৱাৰ ব্যৱস্থা কৈ,
জীৱন জগালা আশা সঞ্চাৰি –
আপোন চিন্তা দূৰলে থৈ।
তোমাৰ স্মৃতিত অশ্রু সিক্ত –
গীতৰ অঞ্জলি তোমালৈ।।



[ গীতিকাৰ ডাঃ অশ্বিনী কুমাৰ বৰা স্মৃতিত]

## গীত

( স্মৃতি তৰ্পণ )

### ।। হে নাট্যশিল্পী ! হে মহান.... ।।

হে নাট্যশিল্পী ! হে মহান !!
তুমি আন্ধাৰ বিনাশী জ্যোতিৰ ধাৰা।
তোমাৰ শিল্পী অমল প্ৰভাৱে,
প্ৰয়াস তমসা আঁতৰ কৰা।।

শত ভেদাভেদে, কত জেদা-জেদে,
ৰিক্ত-তিক্ত ধৰণী।
তুমি, নাট্য ৰূপৰ প্ৰেম মন্ত্ৰেৰে,
সজোৱা প্ৰাণৰ কৰণি।
কামনা তোমাৰ, প্ৰীতি মৈত্ৰীৰে –
জগত উপচি পৰা।।

হে শিল্পী ! তোমাৰ সৃষ্টি,
নাট্য কলাৰ ৰূপৰ থুপ।
লক্ষ্য সবাৰো, মাথোঁ জগতত,
অঁকা অৰূপৰ সুন্দৰ-ৰূপ।
মৃত্যুঞ্জয়ী হে নমস্য,
শিল্পী হে তুমি, জ্যোতিধাৰা।।

♣♣♣

[নাট্য শিল্পী বসন্ত শৰ্মাৰ স্মৃতিত]

# গীত

(বিচিত্ৰ)

## ।। আমাৰ গানৰ, কথাৰ সুৰৰ....... ।।

আমাৰ গানৰ, কথাৰ সুৰৰ –
ছন্দত আছে, মিলন-বাণী।
মিলন ক্ষেত্ৰ, বিনোদ ভৱন,
প্ৰাণে প্ৰাণে, প্ৰীতিৰ বতৰা আনি ।।
কৰ্ম আমাৰ ধৰ্ম হ'লেও,
অৱসৰৰো সময় আছে।
সেই সময়ৰে, সাধু ব্যৱহাৰ –
প্ৰমোদ ভৱনে আমাক যাচে।
আমাৰ প্ৰাণত, যাওক চিৰকাল –
এই কামনাই সেউজ সানি।।
ভাষা ধৰমৰ, ভেদা-ভেদ্ নাশি,
আমি ত্ৰিবেণীৰ, একেটি সুঁতি।
শ্ৰমজীৱী হৈও, কলা-কৃষ্টিৰ,
বিকাশ চিন্তা, আমাৰ নীতি।
প্ৰতিভা-মুকুল, বিচাৰি বিকশা –
ৰীতি চিৰকাল, থাকিম মানি।।



[ 'নামৰূপ হিন্দুস্থান সাৰ নিগম'ৰ (তদানীন্তন) প্ৰমোদ ভৱনৰ প্ৰতীক গীত হিচাপে ৰচিত আৰু অনুষ্ঠানটিৰ মুখপত্ৰত প্ৰকাশিত ]

# গীত

(গীতি বাৰ্তা)

## ।। উজনিত উচুপে, ভোগদৈ উপনৈ.... ।।

উজনিত উচুপে,
ভোগদৈ উপনৈ,
নামনিত ভৰলু খনি।
দুপাৰত হাঁহিছে,
অমানুহ মানুহে --
দুয়োকো 'কলুষিতা' কৰি।।

দুয়ো নামিছিলে,
পাহাৰৰ পৰা -
লুইতৰ বুকুলৈ বুলি,
পিয়াহৰ পানীৰে,
দুপাৰ পলসেৰে,
ৰাইজৰ উপকাৰ সাধি।।

সেই ৰাইজৰে, সতি সন্ততিয়ে,
কৰে শতুৰালি আজি,
অনেক জ্ঞান লভিও, অকাৰ্য কৰিছে --
নদী কলুষিতা আজি, নদী কলুষিতা আজি!!



[ বিঃদ্রঃ- **'আমাৰ অসম'** কাকতৰ ২০০৭ চনৰ ২০ জনৰ সংখ্যাত প্ৰকাশিত, বাতৰি 'কলুষিত দুই উপনদী ভোগদৈ-ভৰলু'ৰ বাতৰিৰ আধাৰত ৰচিত।]

# গীত

## (গীতি বাৰ্তা)

## ।। সাত-সাগৰৰ নীলাৰ ওপৰে.............. ।।

সাত-সাগৰৰ নীলাৰ ওপৰে,
ভাৰত পাবলে' সৌৰা, মৌচুমী উৰে,
একুৰি সাদিন আজি 'মে' মাহৰ,
সূৰুয ডুবাৰ পৰ, তেৰ জেঠৰ,
মৌচুমীৰ উপহাৰ, সুজল ধাৰাৰ।।

গৰমত চট্‌ফট্, ভাৰতী-জনতা,
বৰষুণ বিনে মাটি, হ'ব চন পৰা,
মৌচুমী আদৰে সেয়ে, অতি উলাহেৰে,
সুফলা কৰিব ভূমি, আই ভাৰতৰে,
কৃষক ভাৰতৰ, যেন ৰাজহাড়।।

দক্ষিণ-পশ্চিম দিশে, ভাৰত সোমাই,
শীতল, সুজল ধাৰা, দিয়েছি বোৱাই,
কাশ্মীৰৰ পৰা কন্যাকুমাৰী,
অৰুণাচললে যাব, গুজৰাট এৰি,
শস্য শ্যামলী হ'ব, ভাৰত আমাৰ।।



ৰচনা কালঃ ২৭ মে' ২০০৭ চন।

[দূৰদৰ্শনত প্ৰদৰ্শিত, ভাৰতত কেৰেলাৰ উপকূলেৰে মৌচুমী বায়ু প্ৰৱেশৰ দিনা ৰচিত।]

# গীত

(গীতি বার্তা)

## ।। বাতৰি কাগজত, বৰ হৰফেৰে ........।।

বাতৰি কাগজত, বৰ হৰফেৰে,
খবৰ হৈছে ছপা ।
মহা নগৰীত, হৈছে মহামাৰী,
ৰাইজ সাৱধান হ'বা ।।
তাহানি দিনতে, নদীৰ পাৰে পাৰে
কাতিত মহামাৰী হয় ।
গাঁও ঘৰ উছন হয়, মহামাৰী হ'লে,
ৰাইজ হয় অসহায়
শুনো বুঢ়া লোকে কোৱা ।
পিছে, মহানগৰতে আজি মহামাৰী,
ৰাইজ ঐ, ক'লৈনো যাবা ।।
ৰাইজ,ৰজা-ঘৰো, আছে একেলগে,
পৌৰ প্ৰশাসনো, সেয়া ভাগে ভাগে,
জনস্বাস্থ্যৰো সকলো সুবিধা,
যদি শুই আছা জাগা,
ৰাইজক ৰক্ষা কৰা ।



[২৫-০৮-২০০৭ তাৰিখে 'আমাৰ অসম' কাকতত —
"গুৱাহাটীত কলেৰা" শীৰ্ষক বাতৰিৰ আধাৰত ৰচিত ।]

# গীত

(বিচিত্র,—স্তুতি/বন্দনা গীত)

## ।। তুমি ক'ত আছা, কোনেও নেজানোঁ....... ।।

'তুমি' ক'ত আছা,
কোনেও নেজানোঁ!
অৰূপ ৰূপৰ,
ৰূপহে বখানোঁ,
সুন্দৰ তুমি ক'ত !!

কত কল্পনা তোমাৰ ৰূপৰ,
কত আল্পনা, কত মানুহৰ,
পূজা-গীতি উলাহত !!

অনেকৰ মতে, বিশ্বৰূপতে,
তুমি হোৱা বাঙ্‌ময়।
কয় বহুতেই, তোমাৰ আৱাস,
আমাৰেই হৃদয়।
থাকা প্ৰভু তুমি য'ত !!

তোমাৰ ৰূপৰ, কতনা ধাৰণা,
কৰিছোঁ মানুহে, কত কল্পনা,
আমি এই মৰতত, আমি এই মৰতত !!



# গীত

(বিচিত্র/মাতৃ প্রশস্তি)

## ।। আইৰ 'মৰম' মনত পৰিলে....... ।।

আইৰ 'মৰম' মনত পৰিলে,
জোনাক জোনাক লাগে।
আঁউসি ৰাতিৰ, এৰাতি আন্ধাৰ
দূৰ হয় নিমিষতে।।

আইৰ মৰমৰ তুলনা দিবলে',
বিচাৰি নেপাওঁ একো।
যেন এখনি বিশাল সাগৰ,
নোৱাৰিযে দিব সাকোঁ।
মানুহ আৰু ইতৰ প্ৰাণীৰো,
সাঁচি থোৱা হৃদয়তে ।।

আইৰ হৃদয়ৰ 'নিভাঁজ মৰম',
প্ৰতিদান নিবিচৰা।
ধৰাৰ বুকুৰ হেজাৰ বেদনা,
নিমিষতে দূৰ কৰা।
ধৰণী ধুনীয়া, বৰ মোহনীয়া,
আইৰ সঁচা মৰমতে ।।



## গীত

(বিচিত্ৰ/বন্দনা)

### ।। আই মাতৃ ভগৱতী ........ ।।

আই মাতৃ ভগৱতী,
মহিমা অপাৰ ।
যুগে যুগে –
তুমি মাতৃ,
শক্তিৰ আধাৰ ।।

জনমে জনমে মাতৃ,
বিনাশি অসুৰ ।
শান্তি থাপি,
স্বৰ্গে-মৰ্ত্তে –
ত্ৰাস কৰিলা দূৰ ।।

কৰিছোঁ কাকুতি মাতৃ,
জন্মি পুনৰ বাৰ ।
বিনাশা বিনাশা মাতৃ,
শক্তি দুৰাচাৰ,
কৃপা ধন্য কৰা মাতৃ,
তযু মহিমাৰ ।।



# গীত

(বিচিত্ৰ)

## ।। নদী বৈ যায়, সাগৰ ধিয়াই ....... ।।

নদী বৈ যায়, সাগৰ ধিয়াই --
নাই যতি, নাই নাই ।
গতিৰ পথৰ, বাধা সমুখৰ,
কদাপিও নদৰাই ।।

যাত্ৰা যেতিয়া,
লক্ষ্য পাবলে' --
আগবাঢ়োঁ নিজিৰাই ।
সৎ সাধনাৰ,
যাত্ৰা পথত,
হতাশাৰ নাই ঠাই ।।

মোক সৌৱা যেন,
দূৰণিৰ পৰা,
সোঁৱৰায় কোনোবাই ।
আজীৱন হেনো,
শিকাৰ সময় --
মনীষীয়ে সকীয়াই ।।



# গীত

## (বিচিত্ৰ)

### ।। ধুনীয়া ধৰণী, শান্তিৰ সৰগ .......... ।।

ধুনীয়া ধৰণী, শান্তিৰ সৰগ,
মানুহ গঢ়িব পাৰে ।
মানুহ যদিহে দানৱ নহয়,
আন্ধাৰৰ আঁৰে আঁৰে ।।

এটি 'ফিৰিঙতি', সৃষ্টিক বিনাশি,
খাণ্ডৱ দাহন কৰে ।
তুলসী তলৰ, বন্তি গছিয়ে,
মনৰ আন্ধাৰ হৰে ।
আমি অগণিক, যি ৰূপে বিচাৰোঁ,
পাওঁ সেই অনুসাৰে ।।

'পৰমাণু' মহা শক্তিৰ আধাৰ,
হ'লেও নেলাগে ভয় ।
যদিহে 'শক্তি', সৃষ্টি প্ৰয়াসী –
ৰূপেৰে সজোৱা হয় ।
আকাশে বতাহে, এই বাণীকেই,
শুনোঁ যেন বাৰে বাৰে ।।



# গীত

(বিচিত্ৰ)

## ।। জাঁজী নিৰবধি বয়.............. ।।

জাঁজী নিৰবধি বয়।
জাঁজী-নৈ নামেৰে ঐ,
লুইতৰে বুকুলৈ,
নগা-পৰ্বততে, শিলনিৰ বুকুতে,
নদী হৈ জনমে লৈ ।।

তুমিও নেজানা, নেজানোঁ আমিও,
নেজানে নেজানে, নেজানে কোনেওঁ,
ৰখা নাই ইতিহাস লিখি।
মূল সুঁতি এৰি, হৈছা ম'ৰি-জাঁজী,
নদী দ্বীপ পাতিছা, বৈ-ছা পাৰে ভাঙি,
পুনৰ নিজতে মিলি –
নিজেই ইতিহাস হৈ ।।

তোমাৰ নামেৰে, চিনাকি আমাৰে,
ইতিহাসে ধন্য, এটি অঞ্চলৰে,
ৰাইজৰ চিনাকি, জাঁজীবাসী বুলি –
গৌৰৱৰ কাহিনী কৈ ।।



## গীত

(বিচিত্ৰ)

### ।। সময় সময়, তুমি গতিময়...... ।।

সময় সময়,
মাথোঁ গতিময়,
অবিৰত, যতি নাই।
যেন আমাৰ,
কাষতে থাকিও,
হাততে হেৰায় যায়।।

সময় যেন, একাঁজলি জল,
আমাৰ হাততে থাকে।
টোপ্ টোপ্কৈ, সৰি শেষ হয়,
আঙুলিৰ ফাঁকে ফাঁকে।
সকলো বুজিও,
নুবুজো যে আমি –
পোৱাকেই যাওঁ হেৰুৱাই।।

সময়ে জীৱন অমৰ সজায়,
সময়ৰ জোখ, কামৰ মাজেৰে –
নহ'লে ইয়াৰ মূল্য নাই।।

♣♣♣

# গীত

(বিচিত্ৰ)

## ।। সময় সীমাৰ, আদি বাৰু ক'ত .....।।

সময় সীমাৰ, আদি বাৰু ক'ত,
শেষ হ'ব ক'ত, কোনেনো জানে !
পল্‌-অনুপল্‌, দিন-মাহ-বছৰ,
লেখ সময়ৰ, জগতে মানে।
যেন শেষ হয় ক্ষণে ক্ষণে !!

হে সময়, তুমি গতিময়,
জিৰণি তোমাৰ অকণো নাই।
পলে পলে তুমি, হোবা যে অতীত,
যোৱা মহাকালে বিলীন হৈ।
প্ৰভাতী পখীৰ গানে গানে।।

মানৱ জীৱন সময় লেখেৰে,
অনন্ত কালৰ এটি পল্‌।
মৰণ বিজয়ী হ'ব পাৰে তেওঁ,
যি জনাই তাৰ বুজিব মোল।
'মৰিও অমৰ', অনন্ত কাললে –
সময়েই কয় কাণে কাণে !!

♣♣♣

## গীত

(বিচিত্ৰ)

### ।। অতীত নহয় এৰি অহা দিন....... ।।

অতীত নহয়
এৰি অহা দিন,
নহয় কেৱল ইতিহাস ।
এয়া পুৰণি দিন,
সমাধি নহয় –
এয়া, হ'ব পাৰে সুবাস ।।

সময়ৰ গতি, বিৰতি বিহীন,
পিছলৈ উলটি নেচায় ।
লগে লগে আগবঢ়া, আমাৰ জীৱনে,
বাটৰ বিঘিনি কত যে পায় ।
এয়া নেওচি যোৱা, সাহসৰ সোঁৱৰণি,
হওক আমাৰ অভিলাষ ।।

'কৰুণ' অতীতক, সমাধি সজাওঁ,
পাহৰণিৰ আৱাস ।
মধুৰ সোঁৱৰণি, আমাৰ লগৰী,
জীৱনৰ হওঁক প্ৰকাশ ।।



# গীত

(বিচিত্ৰ)

## ।। তুমি উত্তৰ পুৰুষ, আহিছা ওলাই ....... ।।

তুমি উত্তৰ পুৰুষ, আহিছা ওলাই,
পোহৰৰ সন্ধানত ।
তুমি ভক্ত বৃন্দ, এয়া সমাৱেশ,
মন্দিৰৰ দুৱাৰত ।।

তুমি জ্ঞান-গুৰুৰ, জ্ঞান-আলোকৰে,
তমসা আঁতৰ কৰা ।
তুমি সজ যাত্ৰা, সজ পথ লৈ,
হোৱাহে জ্যোতিৰ ধাৰা ।
কৰা হে জীৱন, ধন্য তোমাৰ,
সাধনাৰ আশিসত ।।

তুমি সুন্দৰৰ, কৃপাৰ বলেৰে,
জীৱনৰ অৰ্থ ভেদা ।
মৰ্ত্ত লোকত, মৃত্যুঞ্জয়ী –
জীৱনৰ ছবি আঁকা ।
তুমি যাঁচা প্ৰণিপাত, হৃদয় উজাৰি –
সৎ গুৰুৰ চৰণত ।।



[বিদ্যালয়ৰ নৱাগতৰ আদৰণি গীত (একক /সমবেত) ]

# গীত

(বিচিত্ৰ)

## ।। নতুন বছৰ আদৰোঁ তোমাক ...... ।।

নতুন বছৰ আদৰোঁ তোমাক,
জনমৰ আজি প্ৰথম দিন।
কালৰ বুকুত হেৰাল আকৌ –
এটি বছৰ হৈ বিলীন।।

এটি এটিকৈ, এৰা এনেকৈ,
বছৰেই গঢ়ে ইতিহাস।
সভ্যতাৰো ইয়েই আধাৰ –
চৰাচৰো সেয়ে, কালৰ দাস।
কালৰ গতিৰ, সাক্ষী ইতিহাস,
ৰাখি অ'ত ত'ত, একোটি চিন।।

করুণ-মধুৰ, জয় পৰাজয়,
সুখ-দুখ, হাঁহি-কান্দোনবোৰ।
পোৱা-নোপোৱাৰ, হিচাপ লোৱাৰে,
স্মৃতিৰে একোটি, জীৱন পূৰ।
করুণ-পাহৰা, মধুৰ-সোঁৱৰা,
দিয়া নববৰ্ষ, দান মহান।।

♣♣♣

# গীত

(বিচিত্র)

## ।। পুৱা স'ৰি গ'ল, নিশা-সুবাসিত.......।।

পুৱা স'ৰি গ'ল, নিশা-সুবাসিত,
শেৱালি ফুলৰ পাহি!
সন্ধিয়াত সেয়া, ক'তেনো হেৰাল,
পুৱা-অৰুণৰ হাঁহি!!

সাত বৰণীয়া ৰামধেনু খনি,
আকাশতে ছবি আঁকা।
চাই থাকোতেই, নাইকিয়া হ'ল,
অপৰূপ চকামকা।
ওঁঠ, আঙুলিৰ যাদুৰ পৰশ,
নীৰৱ মোহিনী বাঁহী।।

কত জনমৰ, সাধনাৰে পোৱা,
মানৱ জনম এয়া।
মাটিৰ লগতে, মিলিব এদিন,
জীৱন অলীক ছাঁয়া।
মানৱ প্ৰেমৰ, জীৱনেহে যায় —
অমৰ খিয়াতি ৰাখি।।



## গীত

(বিচিত্ৰ)

### ।। দুটি চৰাই, যোৰ পাতি যায় ...... ।।

দুটি চৰাই,
যোৰ পাতি যায়,
আকাশী পথেৰে উৰি ।
সন্ধিয়া লাগিলে,
ওলটে বাহলই,
দূৰ দুৰণিতে চ'ৰি ।।

দূৰ আকাশতো, সুদূৰ বিলতো,
মমতাৰে ভৰা মন ।
বাহত এহালি, পোণা কণ্‌মাণি,
সোঁৱৰণ ঘনে ঘন্ ।
কোনো মায়া-জালে, বান্ধিব নোৱাৰে,
বাহলৈ আহোঁতে ঘূৰি ।।

মানুহৰ বাক, আছেনে সঁচাকে,
এনেকুৱা এনাজৰী !
চেনেহ-দোলেৰে, বন্ধা মনে মনে,
সমাজক বন্ধা ধৰি ।।



# গীত

## (বিচিত্ৰ)

## ।। বহুতো ঘূৰিলোঁ নগৰ চহৰ..... ।।

বহুতো ঘূৰিলোঁ নগৰ চহৰ,
বুলিলো বহুতো, দূৰণি বাট,
অনেক দেখিলোঁ নবীন প্ৰবীন -
মেলিছে ৰূপৰ বাউলি হাত ।।

সকলোৱে ভাবে, নিজকে নিজেই,
সবাৰে মাজত নিজেহে ধন্য ।
আন বাকী বোৰ নহয় যোগ্য
মোহনীয়া ৰূপে হ'বলে গণ্য ।
যদিয়ো, সকলো মূলতে একেই --
তথাপি বেলেগ কৰবাত ।।

এই জগতৰ মোহন-মেলাত,
ৰূপ-চেতনাই কৰায় ভুল ।
কাঁচকেই সজায়, ৰূপৰ মানিক --
ৰূপ-সাগৰৰ, নেপায় কূল ।
ৰূপ-তৃষ্ণা, এটি প্ৰহেলিকা,
সত্য পথিকৰো, হেৰায় বাট ।।

♣♣♣

# গীত

(বিচিত্ৰ)

## ।। এমুঠি ইকৰা হ'লে ......... ।।

এমুঠি ইকৰা হ'লে –
নোৱাৰে ভাঙিব কেৱে,
ইতিহাসে কয় ৰিঙিয়াই।
কোবাল বানৰ সোঁতে,
পৰুৱাৰ লাড়ু উটে,
মৰণৰ ভয় নাই নাই।।

এক যদি দুই হয়, সেয়া পৰাজয়,
আৱাহন অকাল মৰণ।
আহিনে সেউজী কৰা,
আশাৰ পথাৰ ডৰা,
প্ৰলয়ৰ খাণ্ডব-দাহন।
বিনাশৰ বতৰা বিলায়।।

প্ৰগতিৰ ক্ষতি, যদি নিবিচাৰা,
ধৰি হাতে হাতে,
আহাঁ বন্ধু, আমি আগুৱাওঁ –
একতাৰে গীত গাই গাই।।



গীত

(বিচিত্ৰ/ ভোজন তৃপ্তি)

## ।। পানী-টেঙা খৰিচা.............. ।।

**পা**নী- টেঙা খৰিচা, যি জনে খোৱা নাই,
লোৱা নাই খাৰলিৰ জুতি --
জহা চাউলৰে, পঁইতা দুদিনীয়া,
পোৰা পুঠি মাছৰ সুস্বাদু পিটিকা,
কেনেকৈ পাবই বা বুজি !!

অমিতাৰ খাৰখন, কিমান তৃপ্তিকৰ,
কলাখাৰ দিয়ে ৰন্ধা ।
মিঠা- টেঙা-মৰাৰ আগৰ, আঞ্জা খনি,
যুৰি যুৰি কৰি বন্ধা ।
ইয়াৰে সোৱাদনো, কেনেকৈ বুজিব ,
লোকৰ মুখৰ কথা শুনি ।।

আমাৰে দেশতে আছে,
আমাৰ নিজৰ ৰন্ধা,
পৃথিৱীৰো ঠায়ে ঠায়ে ।
ৰন্ধন-ভোজন তৃপ্তি, বুজিব নোৱাৰা --
'পুথিৰে পাততে' পঢ়ি !!



# গীত

(বিচিত্ৰ)

## ।। ৰভাঘৰ পদূলি, উদুলি মুদুলি....... ।।

ৰভাঘৰ পদূলি, উদুলি মুদুলি,
শুনিছোঁ পালেহি দৰা।
বিষ্ণুৰূপেৰে, ফুল চন্দনেৰে,
দৰা আদৰিছে, কলৰে তলতে,
মোৰ হে দুক দুক কঁপে হিয়া।।

কাকনো কওঁ মই, কোনে পতিয়াব,
মোৰ মনৰ কথা, কোনেনো শুনিব,
কাৰোচোন সময়েই নাই,
আজি মোৰ হেনো বিয়া।।

অগ্নি-সাক্ষী কৰি, বেদ মন্ত্ৰ পঢ়ি,
কন্যাদান কৰিব, দেউতাই কুশ ছিঙি,
মঙ্গল উৰুলিৰে, দিব লগুন গাঁঠি,
অচিনা ঘৰলৈ, মোকে লৈ যাব গৈ,
সেই পৰিয়ালৰে, এজন হ'বলৈ,
কোনেনো শুনিব মোৰ কথা —
মোৰ দুক দুক কঁপে হিয়া ।।

♣♣♣

# গীত

(বিচিত্র)

## ।। জা, ননদ, বৰজনা, দেওৰ, শহুৰ নাই... ।।

**জা,** ননদ, বৰজনা, দেওৰ, শহুৰ নাই ।
ল'ৰাটি মোৰ তোমাৰ স্বামী, মই শাহুআই।
হিয়া আনন্দৰে, উৰ্পাচ পৰিছে,
তোমাকে বোৱাৰী পায় ।।

আমি তিনি প্ৰাণীৰ, তুমি গৃহলক্ষ্মী –
বোৱাৰী আনিছোঁ চাই।
আদৰি আনিলোঁ, বাহি বিয়াৰ পুৰা,
পদূলিতে চুমা খাই।
বৰঘৰ, গুৰুঘৰ, বৰপেড়া, ভঁৰালৰ,
সঁচাৰ-কাঠি লোৱা আই ।।

তোমাৰে লখিমী, হাতৰে পৰশত,
সকলোটি উজ্জলাই –
সপোনৰ বোৱাৰী, মোৰ কুটীৰকে,
আশ্ৰম যোৱা সজাই।
গৃহাশ্ৰমৰ পৰা, মোকে আজৰোঁৱা,
সকলো দিলো গতাই।



# গীত

(বিচিত্র)

## ।। আই বোপাইৰ ঘৰলৈ, বহুত দিন ......।।

আই বোপাইৰ ঘৰলৈ,
বহুত দিন যোৱা নাই,
লিখা নাই, এখনো চিঠি ।
ওপজা ঘৰৰে,
যেন সকলোৰে,
চেনেহ'লে দিলোঁ পিঠি !!

তেনে যেন নেভাবা,
মৰমৰ দেউতা,
অ' মোৰ চেনেহী আই।
বাই-ভনী, ককাই-ভাই,
কাকো পাহৰা নাই,
বুজাওঁনো কেনেকৈ লিখি !!

সন্ধিয়া পৰতে, পখীবোৰ যেতিয়া,
ঘূৰি যায় বাহলৈ উৰি।
মোৰো দুচকু, সেমেকে সদায়েই,
ঘৰলৈ মনতে পৰি ।।



# গীত

(বিচিত্ৰ)

## ।। কানিমুনি পৰত, তুলি মানিমুনি......।।

কানিমুনি পৰত, তুলি মানিমুনি,
শাহুআইক লগাবা জগৰ।
মনতে ৰাখিবা, বনশাক তুলিবা,
থাকোতে বেলিৰে পোহৰ।।

বনশাকত থাকে, জোক-পোক-পৰুৱা,
পোহৰতহে দেখা পাবা।
কানিমুনি বেলাত, নেদেখি এইবোৰ –
দিনৰ পোহৰতে চাবা।
তেতিয়া মাজনী, বুজিব পাৰিবা –
মৰ্ম্ম এই উপদেশৰ।।

ব'হাগৰ বিহুতে, ৰাতিৰে ভাতসাঁজ,
এশ বিধ শাকেৰে খাবা।
নামে নামে তুমি, শাকবোৰ তুলিবা,
ভুল যদি হয়, শাহুআইক সুধিবা,
বনশাক কেতিয়াও, ৰাতি নুতুলিবা –
এই কাম মাথোঁন দিনৰ।।

♣♣♣

# গীত

(বিচিত্ৰ)

## ।। মাইকণ, 'পেহীটি' তাই............।।

মাইকণ, 'পেহীটি' তাই !
ল'ৰাবো বুঢ়াবো, সকলোৰে 'পেহী' –
বাল্যবিধবা, তাই আই ঐ দেহি,
নিজৰ বুলিবলৈ নাই !!

দহ বছৰতে, তাইক বিয়া দিছিলে,
কোনোবা 'পেহা'ৰে লগত ।
'বিয়া' মানে কিনো, নুবুজা বয়সত,
তোলনি হোৱাৰে ভয়ত ।
কিনো দিন আছিল ঐ, হায় !!

এদিন খবৰ পালে,
তাইকে বিয়া দিয়া,
'পেহা' সিপুৰীলৈ গ'ল ।
'পেহা'ক নিচিনাকে, উঠন নৌহওঁতেই,
মাইকণ 'বিধবা' হ'ল ।
আই-বোপাইৰ ঘৰতে, ব'ল ওবে জীৱন –
মাইকণ 'পেহীটি' হে।।



# গীত

(বিচিত্ৰ)

## ।। বগীতৰা তোমাৰে নাম...... ।।

বগীতৰা তোমাৰে নাম,
ফুলত সপোন ৰচা ।
বিহুৱানত চেলেং ৰিহাত,
কত যে ফুল বাছা ।।

আই বোপাই, বৰ দুখীয়া,
তাঁতশাল খনো নাই ।
লোকৰ তাঁতত, কলা পাটা,
হেঁপাহ পলুৱাই ।
অতি ফুলতৌৰ, ঘৰ নাই হেনো –
আইৰ ঘৰতে থাকা ।।

দুখন কাপোৰ, নৌ লওঁতেই,
তোমাক দিছিল বিয়া ।
উঠন-কন্যা, থকা ঘৰখন,
ৰাইজৰ এঘৰীয়া ।
বাল্য বিধবা বগীতৰাৰ --
জীৱন কৰুণ-গাথা ।।

# গীত

(বিচিত্ৰ)

## ।। ফুলমতী তোমাৰে নাম............ ।।

ফুলমতী তোমাৰ নাম,
শুনো লোকে কোৱা ।
তাঁতৰ শালত, বিহুৱানত –
সপোন আঁকি যোৱা ।।

তোমাৰ কপাল উকা উকা,
নুফুলিলে 'ফুল' ।
অতি ফুলতীৰ, 'ঘৰ-নহয়' -
বুলি কৰা ভুল ।
এই কথা, নহয় সঁচা,
পিছত বুজি পোৱা ।।

দুখন কাপোৰ, নৌ লওঁতেই,
হৈছিল তোমাৰ বিয়া ।
'বিয়া' কিনো নুবুজাকেয়ে
হ'লা যে বিধবা ।
সমাজৰে অবিচাৰত –
হ'লা দুৰ্ভগীয়া ।।



## গীত

(বিচিত্ৰ)

### ।। হে'ৰা, 'দৈ'-পোহাৰী বাই...... ।।

হে'ৰা, 'দৈ'-পোহাৰী বাই !
মূৰতে পাচি লৈ, বণিজ বেহাবলৈ,
পুৱাতে যোৱা ওলাই !!

জাঁজী নৈৰ কাষৰে, সকলো গাঁৱৰে,
তুমিযে চিনাকি 'দৈ' ।
"চূণ-পাণ লাগেনে, –
নহৰু-পনৰু, অ' আই ল'বানে" –
সোধা পদূলিতে ৰৈ !!

বেলি লহিয়ালে, হোৱা ঘৰমুৱা,
ঘৰতো কোনোৱেই নাই ।
তথাপি ঘৰলৈ, লাগিব যাবলৈ,
পঁজাটি জিৰণিৰ ঠাই ।
বণিজ বেহাই ফুৰা, উদং মুদং গাৰে,
মেঠনিটি আঁটিলে ।
দুখিনী 'দৈ' ৰে, অজলা পুতাইকো –
কালে হৰি নিলে ঐ; 'দৈ' ক অকলে থৈ ।।



# গীত

## (বিচিত্ৰ)

### ।। জীৱন নহয়, এপাহি শেৱালি..... ।।

জীৱন নহয়, এপাহি শেৱালি,
ক্ষণিক-সুৰভি-ভৰা ।
সন্ধিয়াত ফুলি, পুৱতি নিশাতে,
হৈ পৰা তলসৰা ।।

জীৱনে যে যাচে,
অমৰ হোৱাৰ,
চিৰ কামনাৰ বতৰা ।
যি জনে শুনে, এই আৱাহন,
অমৰ হোৱাৰ লয় শুভ পণ, –
মৰণক জয় কৰা ।।

জীৱনৰ এয়া –
গভীৰ অৰ্থ,
মাটিৰ পৃথিৱী –
সাধনা-ক্ষেত্ৰ,
মনে চিত্তে আহি, ইয়াকে সুঁৱৰি,
আগবাঢ়ি যাওঁ,আহা; আগবাঢ়ি যাওঁ আহা ।।



## গীত

(বিচিত্র)

**বিচিত্ৰ ৰূপেৰে, উপচি পৰিছে ........।।**

বিচিত্ৰ ৰূপেৰে, উপচি পৰিছে,
ৰূপালী জোনালী নিশা ।
জাকে জাকে উৰে, জোনাকী পৰুৱা,
আন্ধাৰৰ ৰূপ-শিখা ।।

ভৰা লুইতৰ, বুকুত উঠিছে,
অলেখ ৰূপালী ঢৌ ।
অৰূপৰ যেন, ৰূপ-ৰহঘৰা,
নিজৰি নিজৰি জৰিছে মৌ ।
কবিতা কবিতা, মধুৰ আবেশ,
সুন্দৰৰ হাতে লিখা ।।

হে সুন্দৰ ! সবাৰো হৃদয়,
মানৱ-প্ৰেমেৰে সজোৱা ।
সুন্দৰৰে, আৰতি গীতেৰে,
মনৰ জগত জগোৱা ।
এই সংসাৰৰ, ক্লান্ত পথিকক –
দিয়াহে পথৰ দিশা ।।

***

## গীত

(বিচিত্ৰ/প্ৰকৃতি প্ৰীতি)

## ।। ভাল লাগে বৰ.............. ।।

ভাল লাগে বৰ,
আকাশ যেতিয়া,
তৰাৰ ফুলেৰে ভৰে ।
জোনাকী নিশাতে,
যেতিয়া ধৰাতে,
জোনৰ সুৰভি সৰে ।।

আৰু ভাল লাগে,
পদূলি মূৰতে,
যেতিয়া শেবালি ফুলে ।
কি যে ভাল লাগে,
দুবৰি বনতে, ৰ'দালি পুৱাতে,
মুকুতা য়েতিয়া জ্বলে ।।

ভাল লাগে মোৰ, ছন্দ মধুৰ,
বৰষা মুষল ধাৰে ।
সেয়া যেন এটি, প্ৰশান্তিৰ গীতি,
সৃষ্টিৰ আঁৰে আঁৰে ।।



# গীত

(বিচিত্র)

## । ব'হাগ আহিলে কিয় বাৰু মন..... ।।

ব'হাগ আহিলে কিয় বাৰু মন,
পুলকেৰে ভৰি যায় ।
ৰঙালী বিহুৱে, কিয়নো আমাৰে
মন প্ৰাণ নচুৱাই ।।

ঢোল পেঁপা গগনা, সুতুলিৰ মাতে,
মৰম সাঁচি থোৱা, বিহুৱান খনিয়ে,
ব'হাগীক মায়া সানে ।
নাচনীৰ খোপাতে, কপৌফুল ধুনীয়া,
নাচনীক নচুৱাই ঢোল বায় ঢুলীয়াই,
ব'হাগৰ এই বিহুতে –
পুৱাতে গৰু ধুৱাই ।।

কুলি কেতেকীৰে, মৌসনা মাতে,
গছৰ ডালে ডালে, ন-কুঁহিপাতে,
ন-পানীৰ ধেমালি, পথাৰ-জান-জুৰিৰে,
ভেকুলীয়ে গোৱা, সমদল গীতেৰে,
ব'হাগীৰ তুলনা নাই !!

♣♣♣

## গীত

(বিচিত্ৰ)

### ।। হে বসন্ত ! জনাওঁ তোমাক স্বাগতম্ ....।।

হে বসন্ত ! বসন্ত হে
জনাওঁ তোমাক স্বাগতম্ ।
ঝিৰি ঝিৰি ঝিৰি,
নামিছে ধৰালে,
মেঘালীৰে মধু গুঞ্জণ ।।

মৰহা ফুলনি, সজাই তুলিলা –
ভোমোৰাৰ মিঠা গুঞ্জণ ।
কুলিটিয়ে সেই –
মিঠা কাকলিৰে,
তুলিছে হিয়াতে কম্পন ।।

সৰাপাতে সেয়া,
উচুপি কান্দিছে,
কুঁহিপাতৰ আগমন ।
তুমি যে আহিছা,
কপৌফুল আনিছা,
সানিছা কি যে শিহৰণ !!



## গীত

(বিচিত্র)

### । হে বসন্ত! হে ঋতুৰাজ......।।

হে বসন্ত ! হে ঋতুৰাজ !
জনাওঁ তোমাক স্বাগতম্।
নামিছে ধৰালে, ৰিম্ ঝিম্ ঝিম্,
মেঘালীৰ মৃদু গুঞ্জন ।।

মৰহা ফুলনি, সজাই তুলিছা,
সুবাসিত পাতে ফুলে ।
কত মৌ মাখি, কালিন্দী ভোমোৰা,
উৰি উৰি তাতে ঘূৰে ।
মিঠা কাকলিযে, বনে ঘনে ঘনে,
তুলিছে সুৰৰ কম্পন ।।

সৰা পাতে আক'
তাতে উচুপিছে –
পুৰণিৰ এয়া বিদায় ক্ষণ !
জগতৰ ই যে,
ৰীতি পুৰাতন –
নতুনৰ শুভ আগমন !!



# গীত

(বিচিত্র)

## ।। সন্ধ্যা নামিলেহে, চকু মেলি চোৱা.... ।।

সন্ধ্যা নামিলেহে, চকু মেলি চোৱা,
হে'ৰা গধূলি গোপাল !
বেলিৰ পোহৰ,
তোমাৰ বাকনো –
নেলাগে কিয়নো ভাল !!!

তোমাৰে নহয়, শেৱালিবো চোন,
বেলিক নেলাগে ভাল ।
সন্ধিয়া হ'লেহে, ৰূপ-ফুল পিন্ধি,
ৰূপালী শেৱালিৰ ডাল ।
তোমালোক দুয়োৰে,
নাজানো কিয়নো,
প্ৰিয় হয়, ৰাতিৰে কাল !!

প্ৰিয়তমৰ বাবে বাট চোৱা,
তোমালোক দুয়োৰে –
একেই অপেক্ষা,
জীৱনৰ চিৰকাল !!

♣♣♣

## গীত

(বিচিত্ৰ)

### ।। শুকুলা সুবাসি, ৰূপে ৰূপৱতী..... ।।

শুকুলা সুবাসি, ৰূপে ৰূপৱতী,
মৰমী খৰিকাজাঁই ।
বাসন্তী ফুলনিৰ, শোভা ৰূপে-গন্ধে,
কোনেনো দিছে সজাই !!

ফুলনি আমোল-মোল --
তোমাৰ সুবাসেৰে,
সেউজীয়া লাহি, ঘন্ ঘন্ পাতেৰে,
ডাল ভ'ৰি ভ'ৰি যায় ।
বগা সেউজীয়া, ফুলেপাতে শোভা,
থাকো ৰ-লাগি চাই ।।

অ' মৰমী খৰিকাজাঁই !
বছৰৰ বাৰ মাহ, তুমি যে নুফুলা,
ফুলনিৰ সুবাসো নাই ।
ব'হাগী অহালে,
তুমি আহিবলৈ,
থাকো আমি বাটে চাই ।।

♣♣♣

# গীত

(বিচিত্ৰ)

## ।। আই, মৌচুমী-আই............. ।।

আই, মৌচুমী আই,
সু-জল আনিছা, সাত সাগৰৰে,
সু-ফলা কৰিবা, মাটি ভাৰতৰে,
তোমাৰ কৰুণাৰ, তুলনা নাই !!

তুমি আই অহালে, বৰ হেঁপাহেৰে,
আমি থাকো বাটে চাই ।
যদি কেতিয়াবা, আহোঁতে পলম হয়,
আমাৰ মুখৰে মাত হেৰায় !
কত কি যে কৰোঁ, লোকাচাৰ বিধিৰে –
আবাহনী-গীতে গাই ।।

বাঘধেনু বজাওঁ, ঢেঁকী চুৰ কৰোঁ,
পাতো যে ভেকুলীৰ বিয়া।
নেওৰাৰ তলাতে, পাতো খোকা-হুঁহা –
জন-বিশ্বাসৰে দিহা ।
তোমাৰ দয়াৰে, আমি জীৱন ধৰো –
ভোকৰ ভাতে মুঠি খাই, অ' মৌচুমী-আই ।।

♣♣♣

# গীত

(বিচিত্র/শিশুগীত)

## ।। বৰষুণ দিলে, এয়া বৰষুণ .........।।

বৰষুণ দিলে, এয়া বৰষুণ ।
অ'ত ত'ত পৰিছে সেয়া --
এটোপ্ দোটোপ্ ।
অলপ পিছতে, আহে হুৰ্‌হুৰাই,
চোতাল পানীৰে ভ'ৰি, সোঁত বৈ যায় ।
বৰষুণ আমাৰ যে, অতিকে আপোন ।।

বৰষুণত তিতোঁ আমি, উদঙে-মুদঙে,
ইকৰাৰ কাগজৰ, নাওঁ উটুৱাওঁ,
মেঘে গাজিলে আৰু বিজুলী মাৰিলে,
লৰমাৰি সকলোটি, ভিতৰ সোমাওঁ ।
বৰষুণজাকে আনে, হেজাৰ সপোন ।।

পুখুৰী পথাৰ বিল, পানীৰে ভ'ৰিব,
ন-পানী পাই, মাছৰ উজান উঠিব,
জকাই জুলুকিৰে, ধৰিম আমি,
নদীত আহিব ধল, হ'ব বানপানী,
কত যে সপোন দেখোঁ, দিলে বৰষুণ।।

♣♣♣

## গীত

### (বিচিত্ৰ)

### ।। সন্ধ্যা নামিলেহে, চকু মেলি চোৱা.... ।।

সন্ধ্যা নামিলেহে, চকু মেলি চোৱা,
হে'ৰা গধূলি গোপাল !
বেলিৰ পোহৰ,
তোমাৰ বাবেনো –
নেলাগে কিয়নো ভাল !!

তোমাৰে সহস্ৰ, শেৱালিবো চোন,
বেলিক নেলাগে ভাল ।
সন্ধিয়া হ'লেহে, ৰূপ-ফুল পিন্ধি,
ৰূপালী শেৱালিৰ ডাল ।
তোমালোক দুয়োৰে,
নাজানো কিয়নো,
প্ৰিয় হয়, ৰাতিৰে কাল !!

প্ৰিয়তমৰ বাবে বাট চোৱা,
তোমালোক দুয়োৰে –
একেই অপেক্ষা,
জীৱনৰ চিৰকাল !!



## গীত

(বিচিত্ৰ)

### ।। শুকুলা সুবাসি, ৰূপে ৰূপৱতী..... ।।

শুকুলা সুবাসি, ৰূপে ৰূপৱতী,
মৰমী খৰিকাজাঁই ।
বাসন্তী ফুলনিৰ, শোভা ৰূপে-গন্ধে,
কোনেনো দিছে সজাই !!

ফুলনি আমোল-মোল –
তোমাৰ সুবাসেৰে,
সেউজীয়া লাহি, ঘন্ ঘন্ পাতেৰে,
ডাল ভ'ৰি ভ'ৰি যায় ।
বগা সেউজীয়া, ফুলেপাতে শোভা,
থাকো ৰ-লাগি চাই ।।

অ' মৰমী খৰিকাজাঁই !
বছৰৰ বাৰ মাহ, তুমি যে নুফুলা,
ফুলনিৰ সুবাসো নাই ।
ব'হাগী অহালৈ,
তুমি আহিবলৈ,
থাকো আমি বাটে চাই ।।

♣♣♣

# গীত

## (বিচিত্ৰ)

### ।। আই, মৌচুমী-আই............. ।।

আই, মৌচুমী আই,
সু-জল আনিছা, সাত সাগৰৰে,
সু-ফলা কৰিবা, মাটি ভাৰতৰে,
তোমাৰ কৰুণাৰ, তুলনা নাই ।।

তুমি আই অহালে, বৰ হেঁপাহেৰে,
আমি থাকো বাটে চাই ।
যদি কেতিয়াবা, আহোঁতে পলম হয়,
আমাৰ মুখৰে মাত হেৰায় ।
কত কি যে কৰোঁ, লোকাচাৰ বিধিৰে –
আবাহনী-গীতে গাই ।।

ঘাঘধেনু বজাওঁ, ঢেঁকী চুৰ কৰোঁ,
পাতো যে ভেকুলীৰ বিয়া।
নেওৰাৰ তলতে, পাতো খোকা-টুঁহা –
জন-বিশ্বাসৰে দিহা ।
তোমাৰ দয়াৰে, আমি জীৱন ধৰো –
ভোকৰ ভাতে মুঠি খাই, অ' মৌচুমী-আই ।।

♣♣♣.

# গীত

(বিচিত্র/শিশুগীত)

## ।। বৰষুণ দিলে, এয়া বৰষুণ .........।।

বৰষুণ দিলে, এয়া বৰষুণ ।
অ'ত ত'ত পৰিছে সেয়া –
এটোপ্ দোটোপ্ ।
অলপ পিছতে, আহে হুৰ্হুৰাই,
চোতাল পানীৰে ভ'ৰি, সোঁত বৈ যায় ।
বৰষুণ আমাৰ যে, অতিকে আপোন ।।

বৰষুণত তিতোঁ আমি, উদঙে-মুদঙে,
ইকবাৰ কাগজৰ, নাওঁ উটুৱাওঁ,
মেঘে গাজিলে আৰু বিজুলী মাৰিলে,
লৰমাৰি সকলোটি, ভিতৰ সোমাওঁ ।
বৰষুণজাকে আনে, হেজাৰ সপোন ।।

পুখুৰী পথাৰ বিল, পানীৰে ভ'ৰিব,
ন-পানী পাই, মাছৰ উজান উঠিব,
জকাই জুলুকিৰে, ধৰিম আমি,
নদীত আহিব ধল, হ'ব বানপানী,
কত যে সপোন দেখোঁ, দিলে বৰষুণ।।

♣♣♣

# গীত

(বিচিত্র/প্ৰকৃতি প্ৰীতি)

## ।। আহিনৰে পথাৰৰে, বৰণ সেউজীয়া ..।।

আহিনৰে পথাৰৰে,
বৰণ সেউজীয়া ।
তৰা- ফুলা আকাশখনি,
ইমান মোহনীয়া ।।

দাপোন দাপোন নদীৰ পানী,
পাৰৰ বনৰ জিলিকনি,
শৰত অহাৰ সময় এয়া,
কিমান যে ধুনীয়া !!

জাৰো নহয়, নহয় গৰম,
এয়া শাৰদীয় মৰম,
সোণবৰণী-শৰতৰ-জোন –
মন জুৰণীয়া ।।

যমুনাৰ তীৰতে ৰাধা,
আছে কানাই প্ৰাণৰ সখা,
কানুৱে বজায় বেণু –
মন উৰণীয়া ।।



# গীত

(বিচিত্র)

## ।। শৰতৰে সুনীল আকাশ ..... ।।

শৰতৰে সুনীল আকাশ,
শুকুলা শেৱালিৰ সুবাস ।
পথাৰৰে সেউজ-শোভা,
কি যে মোহনীয়া !!

শক্তি দেৱীৰ পূজা
পাতি শৰতে ।
অসুৰ নাশি,
শান্তি থপাৰ --
প্ৰয়াস মৰতে ।
তোমাৰ কৃপাত, কৰোঁ মাতৃ --
জগত বিনন্দীয়া ।।

মানৱ প্ৰাণৰ,
অসুৰ নাশো --
আই শক্তি দিয়া ।
আমাৰ পৃথিৱী খনি,
হওক মোহনীয়া ।।

***

[আকাশবাণী ডিব্ৰুগড় কেন্দ্ৰৰ পৰা প্ৰচাৰিত]

কণ্ঠ -- শ্ৰীমতী শান্তা হাজৰিকা : সুৰ -- শ্ৰীঅৰবিন্দ শৰ্মা

## গীত

(বিচিত্ৰ)

## ।। মুঠি মুঠি সোণগুটি .............. ।।

মুঠি মুঠি সোণগুটি –
আঘোনৰে পথাৰত ।
খেতিয়কৰ আশাৰ সপোন –
ফলিয়ালে দিঠকত ।।

কতনো ৰ'দ বৰষুণ, খেতিয়কৰ পিঠিতে,
বোকাৰে লুতুৰি হোৱা, উদংমুদং দেহাতে,
সকলো পাহৰি গ'ল –
সোণগুটিৰ পৰশত ।।

বিধে বিধে জহা বৰাৰ –
লাহি-শালিৰ সুবাসে ।
আমোল মোলায় ঘৰ চোতাল –
আই লখিমীৰ আশিসত ।

সজিয়াৰে ভঁৰালৰে –
বন্তি গছিৰ আলোকত ।
মন ভৰে খেতিয়কৰ –
সফল আশাৰ পুলকত ।।



## গীত

(বিচিত্ৰ)

### ।। মই যেন নহয়, তোমাৰ কাষত ..... ।।

মই যেন নহয়,
তোমাৰ কাষত,
মৰমী শীতল ছায়া !
জীৱন পথৰ,
প্ৰিয় সহচৰ,
চেনেহ নিবিড় মায়া ।।

মই যেন নুবুজোঁ,
ইয়াৰ কাৰণ --
অতীত পাহৰি যোৱা ।
নাজানো যে আৰু,
কিয় এয়া বাৰু,
নতুনৰ ৰূপ লোৱা !!

সলনি-ৰূপত, মোৰ খেদ নাই,
যদি তুমি সুখী হোৱা ।
এটি অনুৰোধ, কৰোঁ মাথোঁ মই,
কিয় এনে হ'লা কোৱা !!



# গীত

(বিচিত্র)

## ।। মোৰ জীৱনৰ, তুমিয়ে সপোন...... ।।

মোৰ জীৱনৰ, তুমিয়ে সপোন,
তুমিয়েই দিঠক ।
নোৱাৰি বুজাব, কথাৰে ভাষাৰে,
তোমাক ই সত্যক ।।

পাহাৰে জুৰিয়ে, সেউজীয়া বনে,
ফুলে পাতে যত শোভা ।
চিৰ সুন্দৰৰ, অৰূপ ৰূপৰ,
যেন সকলোটি আভা ।
কথাৰে ভাষাৰে, নোৱাৰি বুজাব,
সেয়া মাথোঁ অনুভৱ ।।

মোৰ হৃদয়ৰ, অসীম স্নেহৰ,
সঁফুৰা তোমাক যচা ।
জোন-বেলি-তৰা, লুইতৰ ধাৰা,
যি দৰে নহয় মিছা ।
পাৰিবনে বাৰু, এই নিবেদন –
পৰশিব হৃদয়ত ।।



# গীত

(বিচিত্র)

## ।। যিদিনা ফুলিলা, মন পদূলিতে...... ।।

যিদিনা ফুলিলা, মন-পদূলিতে,
সুবাসি শেৱালি হৈ ।
মই যে সজালোঁ, দুবৰি দলিছা,
মনে সযতনে থৈ ।।

অনাদি অশেষ, সময়ৰ লেখ,
অবিৰত অবিৰাম ।
জীবনে জীৱনে, শেৱালিৰ পাহি --
মন-পদূলিতে পাম ।
পিন্ধাম, মৰম-নিয়ৰৰ মালা,
সাদৰি আদৰি লৈ ।।

নতুন ঋতুত , নতুন সাজত,
প্রকৃতি নতুন হয় ।
মোৰ মৰম নদীৰ, সুঁতি অবিৰত,
নিচিঙা ধাৰাৰে বয় ।
নেপাওঁ তোমাৰ, মনৰ বতৰা --
থাকা কাৰবাৰে বৈ !!



## গীত

(বিচিত্র)

### ।। মাতিম মাতিম লাগে........... ।।

মাতিম মাতিম লাগে,
যেন চিনাকি ।
মোৰ মন ফাগুণৰ, কুঞ্জবনৰ –
অচিন জোনাকী ।।

আগত তোমাক, ক'তো দেখা –
মনত পৰা নাই ।
তথাপিও, কিয় জানো –
মাতিবৰ মন যায় !
বুকু ভৰা, চেনেহ যচাৰ –
নেপাওঁ যে ভাষাটি ।।

মন নকৰা, তুমি মোলৈ,
মই যে আছো চাই ।
সুন্দৰৰে উপাসনাত –
কলুষতা নাই ।
জোন জোনাকীৰ দৰে শুচি,
মোৰ যে আশাটি ।।



# গীত

(বিচিত্র)

## ।। মই আহিছিলোঁ, তোমাৰ কাষলে.... ।।

মই আহিছিলোঁ, তোমাৰ কাষলে,
এটি প্ৰতিশ্ৰুতি হৈ ।
মোৰ হৃদয়ৰ, ৰত্ন-দ্বীপৰ --
মুকুতাৰ মালা লৈ ।।

তুমি ভাবি ল'লা, যেন সেই মালা,
তলসৰা ফুলে গাথাঁ ।
জেউতি সুৰভি, নাই একো নাই --
সেয়া যে নাছিল সঁচা ।
নোৱাৰিলোঁ মই, বুজাব তোমাক,
অন্তৰৰ কথা কৈ ।।

দুখ নাই মোৰ, নুবুজিলা তুমি --
মই যে সত্য শুদ্ধ ।
প্ৰীতি আকাশৰ, যেন এটি পখী,
ভুলতেই শৰবিদ্ধ ।
জানো মই মোৰ, সঁচা প্ৰীতি ধাৰা --
তোমাতে মিলিব গৈ ; আমি, যাম এটি সুঁতি হৈ ।।

♣♣♣

## গীত

(বিচিত্র/বিহুগীত সুৰীয়া)

### ।। মোলৈ তেনেকৈ নেচাবা......... ।।

মোলৈ তেনেকৈ নেচাবা,
কথাবোৰ তেনেকৈ নক'বা,
মোৰ হিয়া ভাঙি যায় ঐ –
এতিয়াই উপায় যে নাই ঐ ।।

কপৌ ফুল যেতিয়া ফুলিব,
কুলি কেতেকীয়ে মাতিব,
কুঁহিপাতে ফুলে হাঁহিব,
দূৰত ঢোল পেঁপা বাজিব,
ৰঙালী বিহুটি আহিব –
আইতৰ তলতে পাম ঐ ।।

মঙ্গল চিৰিপাতি চাওঁ ঐ,
কেতিয়া দৰা হৈ যাওঁ ঐ,
বুকু মোৰ ৰমে ৰমায় ঐ,
মই মিছা কোৱা নাই ঐ,
আৰু যে সৰহ দিন নাই ঐ –
তোমাক ওচৰতে পাম ঐ ।।



## গীত

(বিচিত্র)

### ।। চ'তৰে শেষতে, সন্ধিয়া পৰতে......।।

চ'তৰে শেষতে, সন্ধিয়া পৰতে,
ঘৰত মোৰ নবহে মন ।
আঁহতৰ তলতে, লগৰীৰ লগতে,
এয়া বিহু মৰাৰ ক্ষণ ।।

নঙলাৰ মুখতে, সুঁহুৰি শুনিছোঁ –
জানিছোঁ আহিছে কোন ।
বিহু মাৰিবলৈ, মোকে নিবলৈ,
পালেহি ঢুলীয়া চোন ।
মই যামেই আজি, বিহু নাচিবলৈ –
ঘৰত মোৰ নবহে মন ।।

ৰান্ধনী ঘৰতে, আয়ে ভাত ৰান্ধিছে,
পিতাই চোন ঘৰতে নাই ।
এইটি ছেগতে, আইকে গুপুতে,
মই দিমে সোঁৱৰাই –
আইৰে, গাভৰু কালৰে দিন ।
মোক যাব দিব, আয়ে বুজিব, কিয় মই উচাতন্ ।।



# গীত

## (বিচিত্ৰ)

### ।। ধেৎ, তেনেকৈ নক'বা পায়......।।

ধেৎ, তেনেকৈ নক'বা পায় !
মোৰ হিয়া ক'লা পৰি যায় ।
তোমাৰ অবিহনে, ময়ো নেথাকো –
জগতত আৰু জীয়াই ।।

তোমাৰ মন পোৱা, সেই দিন ধৰি,
মই একো ভবা নাই ।
জীৱনে-মৰণে, আপোন হ'মে বুলি –
বৈ আছোঁ বাটচাই ।
যদি মিছা নহয়, আমাৰ প্ৰতিশ্ৰুতি
আমাক কোনে আঁতৰায় ।।

আমাৰে কামনাৰ, ফুলনি-গুৱনি,
হ'ব সুবাসিত ফুল ।
জীৱনে জীৱনে, নাই এৰা এৰি,
আমি নাই কৰা ভুল ।
তেনেকে নক'বা, এনেকে নেচাবা,
মোৰ চোন বুকু বিষায়, ম'ৰি থাকিম হ'লে পায় ।।



## গীত

(বিচিত্ৰ)

### ।। ক'বলৈ খোৱা, সাঁচতিয়া কথা..... ।।

ক'বলৈ খোৱা, সাঁচতিয়া কথা,
সকলো পাহৰি গলোঁ ।
বাক্ হীন এটি, মুৰুতিৰ দৰে —
মই ৰ'লোঁ, চাই ৰ'লোঁ ।।

'যেতিয়া শবদে, বুকু ভ'ৰি থাকে,
প্ৰকাশত লাগে লেঠা'।
শুনিছিলোঁ কোৱা, কোনোৱে এদিন,
আজিহে জানিলোঁ সঁচা ।
সঙ্গতি-বিহীন, সেয়েহে নেকি —
এটি দুটি কথা ক'লোঁ ।।

তুমি হ'লা কিয়, নিমাতী প্ৰতিমা,
তেতিয়া যে নুবুজিলোঁ ।
সেয়া দুটি মন,
এটি হোৱা ক্ষণ,
এতিয়াহে বুজি পালোঁ —
এতিয়াহে বুজি পালোঁ ।।



# গীত

(বিচিত্ৰ/বিহুগীত সুৰীয়া)

## ।। মোলৈ তেনেকৈ নেচাবা......... ।।

মোলৈ তেনেকৈ নেচাবা,
কথাবোৰ তেনেকৈ নক'বা,
মোৰ হিয়া ভাঙি যায় ঐ –
এতিয়াই উপায় যে নাই ঐ ।।

কপৌ ফুল যেতিয়া ফুলিব,
কুলি কেতেকীয়ে মাতিব,
কুঁহিপাতে ফুলে হাঁহিব,
দুৰন্ত ঢোল পেঁপা বাজিব,
ৰঙালী বিহুটি আহিব –
আইতৰ তলতে পাম ঐ ।।

মঙ্গল চিৰিপাতি চাওঁ ঐ,
কেতিয়া দৰা হৈ যাওঁ ঐ,
বুকু মোৰ ৰমে ৰমায় ঐ,
মই মিছা কোৱা নাই ঐ,
আৰু যে সৰহ দিন নাই ঐ –
তোমাক ওচৰতে পাম ঐ ।।

***

## গীত

(বিচিত্র)

### ।। চ'তৰে শেষতে, সন্ধিয়া পৰতে...... ।।

চ'তৰে শেষতে, সন্ধিয়া পৰতে,
ঘৰত মোৰ নবহে মন ।
আঁহতৰ তলতে, লগৰীৰ লগতে,
এয়া বিহু মৰাৰ ক্ষণ ।।

নওলাৰ মুখতে, সুঁহুৰি শুনিছোঁ --
জানিছোঁ আহিছে কোন ।
বিহু মাৰিবলৈ, মোকে নিবলৈ,
পালেহি ঢুলীয়া চোন ।
মই যামেই আজি, বিহু নাচিবলৈ –
ঘৰত মোৰ নবহে মন ।।

ৰান্ধনী ঘৰতে, আয়ে ভাত ৰান্ধিছে,
পিতাই চোন ঘৰতে নাই ।
এইটি ছোগতে, আইকে গুপুতে,
মই দিমে সোঁৱৰাই –
আইৰে, গাভৰু কালৰে দিন ।
মোক যাব দিব, আয়ে বুজিব, কিয় মই উচাতন ।।



# গীত

## (বিচিত্ৰ)

### ।। ধেৎ, তেনেকৈ নক'বা পায়......।।

ধেৎ, তেনেকৈ নক'বা পায় !
মোৰ হিয়া ক'লা পৰি যায় ।
তোমাৰ অবিহনে, ময়ো নেথাকো –
জগতত আৰু জীয়াই ।।

তোমাৰ মন পোৱা, সেই দিন ধৰি,
মই একো ভবা নাই ।
জীৱনে-মৰণে, আপোন হ'মে বুলি –
বৈ আছোঁ বাটচাই ।
যদি মিছা নহয়, আমাৰ প্ৰতিশ্ৰুতি
আমাক কোনে আঁতৰায় ।।

আমাৰে কামনাৰ, ফুলনি-গুৱনি,
হ'ব সুবাসিত ফুল ।
জীৱনে জীৱনে, নাই এৰা এৰি,
আমি নাই কৰা ভুল ।
তেনেকে নক'বা, এনেকে নেচাবা,
মোৰ চেনি বুকু বিদায়, ম'ৰি থাকিম হ'লে পায় ।।



## গীত

(বিচিত্ৰ)

### ।। ক'বলৈ থোৱা, সাঁচতিয়া কথা..... ।।

ক'বলৈ থোৱা, সাঁচতিয়া কথা,
সকলো পাহৰি গলোঁ ।
বাক্ হীন এটি, মুৰুতিৰ দৰে --
মই ৰ'লোঁ, চাই ৰ'লোঁ ।।

'যেতিয়া শবদে, বুকু ভ'ৰি থাকে,
প্ৰকাশত লাগে লেঠা'।
শুনিছিলোঁ কোৱা, কোনোৱে এদিন,
আজিহে জানিলোঁ সঁচা ।
সঙ্গতি-বিহীন, সেয়েহে নেকি --
এটি দুটি কথা ক'লোঁ ।।

তুমি হ'লা কিয়, নিমাতী প্ৰতিমা,
তেতিয়া যে নুবুজিলোঁ ।
সেয়া দুটি মন,
এটি হোৱা ক্ষণ,
এতিয়াহে বুজি পালোঁ --
এতিয়াহে বুজি পালোঁ ।।



# গীত

(বিচিত্র)

## ।। যদিহে তোমাৰ, জীৱনৰ বাবে....... ।।

যদিহে তোমাৰ,
জীৱনৰ বাবে –
সেয়া হয় মধুক্ষণ !
কোনে কি বুলিব,
ভাবি অকাৰণে,
কাতৰ নকৰা মন !!

বেলি মাৰযায়, জোনটি ওলায়,
নেথাকে যে কাৰো, বাবে বাটচাই,
তুমি সেইদৰে, হোৱা অবিচল –
ল'বলে প্ৰাণৰে পণ ।।

আশাবোৰ যদি, লুইতৰ সুঁতি,
কোনে বাধা দিব পাৰে ।
প্ৰতিশ্ৰুতি যদি, মিলনৰ গীতি –
জীৱনৰ সুৰে সুৰে ।
হ'ব সেই ক্ষণ, ফাগুন ৰঙীন,
কামনাৰ মধুবন !!



# গীত

(বিচিত্র)

## ।। সেয়া জীৱনে, বিচৰা ক্ষণ..... ।।

সেয়া জীৱনে, বিচৰা ক্ষণ,
ল'বলে আশাৰে পণ,
সেয়া দুটি পৰাণতে,
নিবিড় পৰতে –
মৰমৰে আলোড়ন ।।

দূৰতে জ্বলিছে বন্তি,
আকাশতে জ্বলে জোনটি,
পুলকৰে ভৰা মনটি,
কিয় জানো উচাতন্ !!

সেয়া জীৱনৰ,
ফাগুনী বা ।
সেয়া জীৱনৰ –
শীতলী ছা ।
সেয়া জীৱন-মৰুত, প্লাৱন নমোৱা,
দুটি জীৱনৰে, ৰূপ মনোহৰা –
এটি মিঠা শিহৰণ !!



# গীত

(বিচিত্ৰ)

## ।। তোমাৰ চাৱনি, ইমান মধুৰ ...... ।।

তোমাৰ চাৱনি, ইমান মধুৰ,
শৰৎ-জোনালী-স্নিগ্ধ !
ৰূপৰ আঁকৰ, জোন জোনাকৰ,
অপৰূপ, মন-মুগ্ধ !!

কবিতা কবিতা, তোমাৰ ৰূপৰ,
তুলনা কিহেৰে দিওঁ ।
শুনিলে তোমাৰ, কণ্ঠ মধুৰ –
সুৰৰ অমিয়া পিওঁ ।
চপলা সৰলা, যেন দেৱবালা,
তুমি, এখনি কাব্য-কুঞ্জ ।।

সুৰৰ নিজৰা, বিচাৰি ফুৰোতে,
তুমি ৰ-লাগি, চালা অযাচিতে,
মই যেন পালোঁ, কামনা-সফল –
প্ৰেৰণাৰ এটি পুঞ্জ ।
সেই মায়াতেই, মই যেন হ'লোঁ –
আজীৱন কাৰাৰুদ্ধ !!



## গীত

(বিচিত্ৰ)

### ।। মনৰ-আঁচল খনি, চিৰ সেউজীয়া .....।।

মনৰ-আঁচল খনি, চিৰ সেউজীয়া,
সলনি নহয় ৰং !
চেকাও নেলাগে, জাপতো নেফাটে,
অনুপম্ অনুপম্ !!

এই আঁচলতে, আছে সাঁচি থোৱা,
চেনেহী সেউজ বোল।
মলণ্ডি নেযায়, সলনি নহয়,
কদাপি নেখায় মোচ।
এয়া শিলালিপি, মনত খোদিত,
নিত্য চিৰন্তন !!

'মনে আৰু মনে', এই সঁচা কথা,
যদি আজীৱন বুজে।
জীৱন বাটত, নাহে বাট-কেৰা,
ফুল ফুলে, খোজে খোজে।
এনুৱা জীৱন, সাধনাৰ ধন --
'সুন্দৰম্ মধুৰম্' !!



# গীত

(বিচিত্র)

## ।। আশা ভৰা কত, কামনা বাসনা ...... ।।

আশা ভৰা কত, কামনা বাসনা,
যেন হয় ছাঁয়া চিত্র ।
মায়া ভৰা মোৰ, গীতৰ সুৰৰ,
ৰাগিণী বেদনা সিক্ত ।।

দূৰ আকাশৰ, জোনৰ মুখৰ,
জোনাকৰ সমাবেশ ।
অৰুণৰ, সাত ৰঙৰ আবেশ –
সুন্দৰৰ অভিলেখ ।
দুচকুৰ বাবে, সঁচা যেন লগা,
সকলো নহয় সত্য ।।

মোৰ জীৱনৰ,
সুৰ সপোনৰ,
কামনাৰ প্ৰিয় লগ্ন ।
পোৱা-নোপোৱাৰ –
ৰং বেদনাৰ,
অনামী মায়াৰে মূৰ্ত্ত ।।

♣♣♣

# গীত

(বিচিত্ৰ)

## ।। কত কথা ক'লা, জীৱনত মোৰ..... ।।

কত কথা ক'লা, জীৱনত মোৰ,
ৰঙেৰে খঙেৰে ভৰা ।
কত সাধু ক'লা, শুনি ভাল পোৱা,
মনৰ বেদনা হৰা ।।

এতিয়াও মনত, পৰে দুটি এটি,
যেতিয়া নিৰলে থাকো ।
পোৱা আৰু নোপোৱাৰ ছবি,
মন তুলিকাৰে আঁকো ।
দুটি প্ৰাণ-মন, এটি হোৱা ক্ষণ,
জীৱন মধুৰ কৰা ।।

গতিশীল এই, জীৱন পথত,
নেপেলাবা যিটি, নেপালা মনত,
পোৱা খিনি চোৱাঁ, মন দাপোনত,
পাবা সুখ জীৱনত ।
কৰুণ নহয়, মধুৰ স্মৃতিহে –
জীৱনৰো ৰহঘৰা ।।



## গীত

(বৃন্দগীত,– শিক্ষাব্ৰতীৰ)

### ।। আমি পোহৰ বিলাই যাওঁ......... ।।

আমি পোহৰ বিলাই যাওঁ ।
অজ্ঞানতাৰ তমসা বিনাশি,
জ্ঞানৰ শকতি, হৃদয়ত থাপি,
প্ৰগতিৰ গীতি গাওঁ ।।

প্ৰতিভা-মুকুল, বিচাৰি বিকশা,
চিৰ পবিত্ৰ আমাৰ নীতি ।
জন-সম্পদেৰে, গঢ়িম স্বদেশ,
প্ৰেম-শান্তিৰ বোৱাই সুঁতি ।
নতুন পুৰুষ, গঢ়ো তাৰবাবে –
আমি, নিজিবাওঁ নিজিবাওঁ ।।

যুগৰ দেশৰ প্ৰয়োজনৰ,
শিক্ষাৰ নতুন পাঠ্যসূচী ।
তাৰে আধাৰত, আমি আগুবাম,
কৰ্ম্ম-সফল জনতা গঢ়ি ।
মূল্যবোধৰ, শিক্ষা প্ৰদানি –
আমি আগুবাওঁ, আমি আগুবাওঁ ।।

❖❖❖

# গীত

(বৃন্দগীত,-- শিক্ষাব্ৰতীৰ)

## ।। আমি এটি সমদল পোহৰৰ......... ।।

আমি এটি সমদল পোহৰৰ,
সাধক-শিল্পী-দল সুন্দৰৰ,
নতুন পুৰুষক, সচাঁ মানুহ গঢ়ো --
আমি নতুনৰ খনিকৰ ।।

কলা-বিজ্ঞান-ইতিহাস-ভূগোলৰ,
জ্ঞানৰ প্ৰগতি ধাৰা, বিভিন্ন দিশৰ,
চালেকি আগত ৰাখোঁ,
অজ্ঞান আন্ধাৰ নাশো,
যুগৰ দেশৰ প্ৰয়োজনৰ, পাঠ্যসূচীৰ সমন্বয়ৰ,
শিক্ষাৰে সজাওঁ মন, নৱ-প্ৰজন্মৰ ।।

সেৱা আৰু তিয়াগৰ, পৱিত্ৰ মনেৰে,
আমি মানুহৰ, মঙ্গল-কামী ।
মহান গুৰুৰ, যুগ যুগৰ,
যাত্ৰা পথেৰে আমি, অনুগামী ।
বিকশাই মানৱীয়, প্ৰতিভা মুকুল,
শিক্ষাৰে সাধো হিত, দেশ-জগতৰ ।।

***

## গীত

(বৃন্দগীত,– শিক্ষাব্ৰতীৰ)

### ।। আমি ৰূপকাৰ, মানুহ গঢ়াৰ....... ।।

আমি ৰূপকাৰ, মানুহ গঢ়াৰ ।
সৃষ্টি কৰোঁ নৱ প্ৰতিভাৰ,
বিদ্যালয়ৰ ভিতৰে বাহিৰে,
ভিন্ন ধাৰাৰ, জ্ঞান প্ৰদানেৰে,
সভ্যতাৰ বিকাশৰ, আমি ৰূপকাৰ ।।

আমি হেনো ধৰণী স্বদেশৰ,
নতুন জীৱন দাতা মানুহৰ,
মানুহক সম্পদ নগঢ়িলে –
জ্ঞানৰ বন্তি গ'ছি নজ্বলিলে –
আঁতৰ নহ'ব যে তমসাৰ ।।

উন্নতিৰ পথেৰে দেশে, যাব আগুৱাই,
বাট দেখুৱাই দিব, সজ শিক্ষাই,
বন্তি ধাৰক আমি, সেই পথৰেই,
সেৱা-ত্যাগ-মন্ত্ৰেৰে, হৃদয় সজাই ।
নৱ প্ৰজন্মক, সঁচা মানুহ গঢ়ো –
যুগৰ শিক্ষাসূচী, শিক্ষাৰ আধাৰ ।।

♣♣♣

# গীত

(বৃন্দগীত,– শিক্ষাব্ৰতীৰ)

## ।। আমি খনিকৰ, মানুহ গঢ়াৰ......... ।।

আমি খনিকৰ, মানুহ গঢ়াৰ,
মালী-শিল্পী দল, ধুনীয়া ধৰাৰ,
বিকশিত কৰোঁ আমি, জন্ম-সূত্ৰে পোৱা –
নতুন পুৰুষৰ, গুণ প্ৰতিভাৰ ।।

হ'লেও ৰত্নগৰ্ভা, দেশৰ মাটি,
মুকুতা উপচি থকা, সমুদ্ৰৰ ত'লি,
শিক্ষাৰ অবিহনে,
নোৱাৰে ল'ভিব কেৰে,
এই মহান বাণী, যাওঁ প্ৰচাৰি ।
(আৰু) জ্ঞান-বল, সকলোৰে শক্তিৰ আধাৰ ।।

দেশ ভেদে, যুগ ভেদে, পাঠ্য-সূচী,
প্ৰয়োজনেৰে তাৰে, হ'লেও সলনি,
দান-নীতি, লক্ষ্য তাৰ, জ্ঞান আহৰণ,
সেই জ্ঞানৰ বলে, কৰ্ম্ম-কৰণ,
সদা সোঁৱৰণ কৰি, এই সত্যক –
মানৱ সম্পদ গঢ়া, আমি ৰূপকাৰ ।।

# গীত

## (বৃন্দগীত,— শিক্ষাব্ৰতীৰ)

## ।। আমি শিক্ষা দাতা......... ।।

আমি শিক্ষা দাতা,
আমি গুৰু ।
হ'ব লাগে যেন —
কল্পতৰু ।।

ছাত্ৰৰ 'মাগন্তা-জন',
দিব লাগে ফল ।
জ্ঞানৰ ৰতন সেয়া
শকতি প্ৰবল ।
আমি হওঁ জ্ঞান-ফলা (ৰে)
এজুপি তৰু ।।

আমাৰ দায়িত্ব,
অতি-গধুৰ,
কৰ্ত্তব্যত হ'ব লাগে,
আমি সুচতুৰ ।
আমি মানুহ গঢ়া,
শিক্ষা গুৰু ।।

♣♣♣

## গীত

(বৃন্দগীত,-- শিক্ষাব্ৰতীৰ)

### ।। জিক্‌মিক্ তিৰ্‌বিৰ্, ক'লচি সোণৰ....... ।।

জিক্‌মিক্ তিৰ্‌বিৰ্, ক'লচি সোণৰ,
প্ৰতিভা মুকুল, নতুন পুৰুষৰ,
বিকশাই সেৱা কৰোঁ, দেশ-জগতৰ,
মানৱ সম্পদ গঢ়োঁ, আমি খনিকৰ ।।

স্বদেশৰ, জগতৰ প্ৰগতি আনে,
জ্ঞান বলে বলীয়ান, মহীয়ান জনে,
জ্ঞান বিলাওঁ আমি --
মানৱ সম্পদ গঢ়ি --
আমি তীৰ্থ যাত্ৰী জ্ঞান-তীৰ্থৰ ।।

জিলিকে অনেক দেশ জ্ঞান-আলোকত,
বিচৰণ জলে-স্থলে আকাশ-মাৰ্গত,
তাৰে বাবে গুণগত শিক্ষা-সূচীৰে,
জ্ঞান প্ৰদান কৰোঁ জ্ঞান মন্দিৰতে,
বলীয়ান কৰোঁ আমি, নতুন পুৰুষ,
এয়া আমাৰ, সেৱা স্বদেশৰ --
মানৱৰ, জগতৰ আৰু সুন্দৰৰ ।।



# গীত

(বিচিত্র)

## ।। যমুনা তীৰত, সেয়া বাজিছে বাঁহী .....।।

যমুনা তীৰত,
সেয়া বাজিছে বাঁহী ।
মৃদু মলয়াত,
পৰাণ উতলা,
সুৰ যে আহিছে ভাঁহি ।।

নবজাবা দূৰে –
হিয়া ঢালি ঢালি,
মোহন বেণুকে শ্যাম ।
নোবাৰো বুজাব
অবুজ প্ৰাণক,
তোমাৰেই অভিমান ।
কঁপে হিয়াখনি আজি ।।

আহা আহা শ্যাম, কদমৰ তলে,
মিলন-ৰাগৰ বাঁহীৰ সুৰেৰে,
ৰাধা শ্যামকানু, সুৰ হওক বেণুৰ –
একেটি সুৰতে বাজি ।।

♣♣♣

## গীত

(বিচিত্ৰ)

### ।। নহ'বা নীৰব, কোৱা কথা ......... ।।

নহ'বা নীৰব –
কোৱা কথা, – কথা কোৱা।
নহ'বা স্থবিৰ –
নখে মাটি লেখা –
চোৱা, দুটি নয়নেৰে চোৱা ।।

সপোনে দিঠকে,
আশা ভৰা ছবি আঁকি,
এই ক্ষণ আজি --
বাধাৰ কুঁৰলি ফালি --
গোৱা, মিলনৰ গীত গোৱা ।।

তোমাৰ ভাৱৰ,
পুৱাৰ নিয়ৰে,
ধুৱাই কুসুমৰ, পাহি কামনাৰে,
আনিছোঁ তোমালে --
লোৱা হে সাদৰি,
লোৱা, – লোৱা লোৱা লোৱা ।।



## গীত

(বিচিত্র)

### ।। ক'ৰবাত যদি ভুল হৈছিল ....... ।।

ক'ৰবাত যদি ভুল হৈছিল,
দুয়ো আছিলো দায়ী ।
ধুমুহা আহিলে, কেঁচা পাতো সৰে,
সৰে কুমলীয়া পাহি ।।

জীৱনৰ হেনো, আশা আকাশৰ,
সুখ, দুখে ঢকা জোন ।
বৰষা আহিলে, ডাৱৰীয়া হ'লে,
জোনটি নেদেখি চোন ।
আকাশত হ'লে, জোন আছে সঁচা, –
আমাৰো যে আছে হাঁহি ।।

কৰুণ অতীত, পাহৰিলে বোলে,
জীৱন ৰঙীন হয় ।
চেনেহৰ চিন, নিত্য নবীন,
আশাবোৰে ৰূপ লয় ।
কৰুণ পাহৰি, মধুৰ সুৰৰে, –
বজোৱা জীৱন বাঁহী ।।



# গীত

(বিচিত্ৰ)

## ।। যদিহে আছিল, কৰুণ কাহিনী ...... ।।

যদিহে আছিল,
কৰুণ কাহিনী,
সেয়া পাহৰি যোৱা ।
মধুৰ স্মৃতিৰ,
মধু-জোনাকেৰে,
শাৰদী জোনালী হোৱা ।।

জীৱনৰ এই, খলাবমা বোৰ,
জীৱন বাটৰে লগৰী ।
গতিৰ পথত, আগুৱাব লাগে,
মিঠা অতীতক সুঁৱৰি ।
সেয়ে ন'হলে, ওৰেটি জীৱন,
কৰুণ ছবিহে চোৱা ।।

এয়া কোনো, বুজনি নহয়,
সত্য কথাহে কোৱা ।
এয়া পাহৰিলে, গতিৰ পথত,
জীৱন উজুটি খোৱা ।।



# গীত

(বিচিত্র)

## ।। মোৰ গীতৰ সুৰত প্ৰাণ নাই ........।।

মোৰ গীতৰ সুৰত প্ৰাণ নাই,
নাচোনত ছন্দ হেৰায় ।
মোৰ পুতলা নাচে, পোহৰৰ আঁৰে আঁৰে,
আন্ধাৰৰ কামনা জগায় ।।

এই মজলিছ্ মোৰ ভাল লগা নাই,
মই মাথোঁ নাচো হাঁহো,
মনে মনে প্ৰাণ কন্দুৱাই ।
অপাৰ মৰম পাওঁ, কৃত্ৰিম মৰম –
বহুজনে কৰে মোক নিতে নিবেদন ।
এয়া ক্ষণিক আবেগ সনা,
আন্ধাৰৰ আল্পনা ,
পোহৰত জঁই পৰি যায় ।।

কাকনো বুজাম মোৰ কথা পৰাণৰ,
পাষাণে নুবুজে হায়, ভাষা ডাবৰৰ ।
সপোনকে সঁচা বুলি, যেন আপোন ভুলি,
আন্ধাৰৰ বাবে মই আছোঁ যে জীয়াই ।।



[কথাছবিৰ বাবে ৰচিত গীত] সুৰ – শ্ৰীঅনুবোধ গগৈ ।

# গীত

(বিচিত্ৰ)

## ।। প্ৰথম দেখাতে, কিয় জানো মোৰ ... ।।

প্ৰথম দেখাতে,
কিয় জানো মোৰ,
তোমাক ভাল লাগিলে !
প্ৰতিমাৰ দৰে,
নেজানো কোনেনো,
মানৱী ৰূপত সজালে !!

হ'ৰিণীৰ দৰে,
দুটি চকুক ,
নীলাৰে কোনেনো বোলালে ।
মনটো যে মোৰ,
পুলকিত হয়,
নয়ন যুগল দেখিলে !!

হ'বা দেৱী ৰূপা,
শোভা অপৰূপা –
পৰীৰ ৰূপেৰে, মন মোহনীয়া –
গুণেৰে ধুনীয়া হ'লেহে !!

♣♣♣

## গীত

(বিচিত্ৰ)

### ।। আহিছোঁ সোণালী, জখলাৰে নামি ...।।

আহিছোঁ সোণালী, জখলাৰে নামি,
আশাৰ বাতৰি লৈ ।
নুশুনাবা তুমি, করুণ ৰাগিণী,
বিজয়াৰ দেৱী হৈ ।।

জীৱন-কুসুম, বিকশিত হোৱা,
আছে যদি এটি ক্ষণ ।
মই আশা কৰোঁ, তোমাৰ কাষতে,
হ'ব তাৰে আগমন ।
আজি অতদিনে, যেন তাৰ বাবে,
দুয়ো আছিলোঁ ৰৈ ।।

দুটি মন আজি,
এটি হৈ যাওঁক ।
এই ক্ষণে যেন —
শতিকা গঢ়ক ।
মৌন কণ্ঠ, হওক নিনাদিত,
প্ৰাণৰ বতৰা কৈ !!



## গীত

(দ্বৈতকণ্ঠী)

## ।। তুমি মোৰ বাবে, যেন শাৰদীয় ...... ।।

পুঃ - তুমি মোৰ বাবে, যেন শাৰদীয়,
পূৰ্ণিমা নিশাৰে জোন ।
মঃ - ময়ো যেন তোমাৰে, জোনবিৰি গঢ়োৱা,
বুকু ভৰা কেঁচা সোণ ।।
পুঃ - তুমি মোৰ জানা, এখনি সাগৰ,
বুকুত অসীম নীলা ।
মঃ - ময়ো যেন নদী, তোমাকে বিচৰা,
মৰমী নীলাতে মিলা ।
পু+মঃ- আমি চিনি পালো, দুয়ো দুয়োকে,
কাৰবাবে, আমি কোন !!
পুঃ - তুমি মোৰ বাবে, মন পদূলিৰে,
শুভ্ৰ শেৱালি পাহি ।
মঃ - ময়ো যেন জানা, দুবৰি দলিছা,
সযতনে থোৱা পাৰি ।
পু+মঃ- আমি চিনি পালো, দুয়ো দুয়োকে,
কাৰবাবে, আমি কোন !!



[ আকাশবাণী ডিব্ৰুগড় কেন্দ্ৰৰ পৰা শ্ৰীদিলীপ দাস আৰু **শ্ৰীমতী শান্তা হাজৰিকাৰ** দ্বৈত কণ্ঠত **'সুৰৰ শৰাই'**ৰ অনুষ্ঠানত প্ৰচাৰিত। ]

সুৰ ঃ - **শ্ৰীহীৰেনগোহাঁই** ।

# গীত

(দ্বৈতকণ্ঠী)

## ।। মই নহয় ধনী-মানীৰ .......... ।।

ছোৱালী ঃ মই নহয় ধনী-মানীৰ –
ঘৰৰে জীয়াৰী ।
তোমাৰ ঘৰৰ, কোনেও মোক,
নকৰে বোৱাৰী ।।

ল'ৰা ঃ মই কৰিব খোজোঁ তোমাক –
জীৱনৰ লগৰী ।
ওৰে জীৱন দুয়ো দুয়োৰ –
বাটৰ সহচৰী ।

ছোৱালী ঃ সকলোৰে মাজত ৰৈয়ো,
হ'ম মই অঘৰী ।
এই জীৱনত, মই যে নেপাম,
জীৱনৰ মাধুৰী ।।

ল'ৰা ঃ লাহে লাহে হ'ব জানা –
দিনবোৰ পুৰণি ।
বোৱাৰী ৰূপেৰে ল'ব,
তোমাক আঁকোৱালি ।।



## গীত

(দ্বৈতকণ্ঠী)

## ।। বহুতে আমাক সোধে .....।।

পু +ম ঃ বহুতে আমাক সোধে,
কোন 'তুমি' আৰু কোন 'মই' ।
আহাচোন, দিওঁ আমি গীতৰ সুৰেৰে –
আমাৰেই কিনো পৰিচয় ।।

আমি ঃ আমি পদুমী বিলত চ'ৰি, সন্ধ্যা বাহলৈ উৰা –
এযুৰি শৰালি ।
শৰতৰ আকাশত, ধৰণী ধুনীয়া কৰা --
ৰূপালী জোনালী ।।

আমি ঃ বাসন্তী বননি খনি, নাহৰ-মালতী ফুলা,
সুবাসেৰে ভৰা ।
আমি, জোনৰ সাৰথি হৈ, সদায় কাষতে থকা,
দুটি সৰু তৰা ।।

আমি ঃ আমি শাওণৰ বৰষুণ, সৃষ্টিৰ বতৰা অনা,
যেন 'মেঘ দূত' ।।
আমি শান্তিৰ কপৌযুৰি, নিৰলে জিৰণি লোৱা,
মৰম আপ্লুত ।।



[৯১]

# গীত

(দ্বৈতকণ্ঠী)

## ।। মই যেন তোমাৰে, প্ৰাণ পদূলিৰে ... ।।

পুঃ- মই যেন তোমাৰে,
প্ৰাণ পদূলিৰে,
সুবাসি শেৱালি হওঁ ।
মঃ- ময়ো দুবৰিৰে,
দলিছা কপেৰে,
মৰমকৈ সাৱটি লওঁ ।।
পুঃ- মই যেন তোমাৰে,
মন ফাগুনৰে,
উলাহৰ পখিলা জাক ।
মঃ- ময়ো যেন চেনেহী,
সুবাসি ফুলনি,
উৰি পৰিবাহি তাত ।।
পু+মঃ- আমি যেন দুয়ো,
দুয়ো দুয়োৰে,
আমাৰ শুচি সঁচা, মৰম চেনেহেৰে,
প্ৰাণৰে বতৰা কওঁ ।।



[ শ্ৰীজয়ন্তজিৎ দাস আৰু শ্ৰীমতী মঞ্জুবালা ফুকনৰ দ্বৈত কণ্ঠত শ্ৰীহীৰেন গোহাঁই দ্বাৰা প্ৰযোজিত গীতৰ 'কেছেট'ত প্ৰচাৰিত ।]

# গীত

(দেশপ্ৰেমমূলক)

## ।। কুলা যেন পাণ হ'ল......... ।।

কুলা যেন পাণ হ'ল, মেকুৰীকণীয়া –
বেল হেন তামোল হ'ল ধেনা ।।
ফুলত সপোন বছা,
অসমৰ শিপিনীৰ,
ফুলতে লাগিছে কেণা !!

কিনো দিন আহিল ঐ,
এইখন দেশলৈ,
কি দিন আহিল অ' এয়া,
লখিমী আইৰ মোৰ,
দুখিনী বেশতে,
ভাগে বেজাৰতে হিয়া ।।

কোৱা ভাঙি পাতি,
কোৱা মোৰ আইতা,
এই কথা জানো সঁচা,
আজিৰ নাতিয়ে, আইতাক সুধিছে,
তাহানিৰ দিনৰে কথা ।।



# গীত

(দেশপ্ৰেমমূলক)

## ।। এয়া ঐ, এয়া যে পদুমনি গাঁও....।।

এয়া ঐ, এয়া যে পদুমনি গাঁও ।
জলে থলে ফুলে,
পদুমৰে পাহি –
পদুমকে দেখা পাওঁ ।।

পুখুৰী ঢাকিছে,
জল-পদুমেৰে,
থল-পদুম পাহি –
ফুলে পদুলিতে,
ঘৰে ঘৰে শোভে,
লাজুকী পদুমী –
এয়া পদুমনি গাঁও ।।

পদুমৰ পাতে, পানীকে ঢাকিছে,
ফুলে ফুলে উৰি, ভ্ৰমৰে নাচিছে,
বুজাব নোৱাৰা,
ৰূপে মনোহৰা,
এয়া ঐ, এয়া যে পদুমনি গাঁও ।

♣♣♣

## গীত

(দেশ প্ৰেমমূলক, একক/বৃন্দ গীত)

### ।। নামঘৰ, মছজিদ্ ক'তে .......... ।।

নামঘৰ, মছজিদ্ ক'তে,
একেলগে পাওঁ !
বৰগীত, জিকিৰ ক'তে,
একেলগে গাঁও ।
সেইখন অসমৰে গাঁও, আমাৰ দেশৰ গাঁও ।।

মাঘ বিহুৰ ভোজভাত,
ঈদ্, ক'তে খাওঁ ।
ৰাম-ৰহিম, সীতা হাচিনাক,
ককাই-ভনী ৰূপে পাওঁ।
সেয়া অসমীয়া গাঁও,
সেইখন অসমৰে গাওঁ ।।

শ্মশানে, কবৰে ক'তে,
একেলগে যাওঁ ।
মিলনৰে এনে থ'লি
ক'তে বাৰু পাওঁ ।
সেয়া অসমৰে গাওঁ, আমাৰ অসমৰে গাঁও ।।

♣♣♣

## গীত

(দেশ প্ৰেমমূলক একক/বৃন্দগীত )

### ।। অনেক আদিম মানৱ ক্ষেত্ৰ ......।।

অনেক আদিম মানৱ ক্ষেত্ৰ,
যেতিয়া অজ্ঞান আন্ধাৰে ঢকা ।
লুইত-গঙ্গা-যমুনা তীৰত,
সভ্যতাৰ ছবি, আছিলে আঁকা ।।

ওঠৰ পুৰাণ, চৌধ্য শাস্ত্ৰ,
সুমধুৰ চাৰি বেদৰ ছন্দ,
শ্ৰুতি-স্মৃতি, উপনিষদেৰে,
কালজয়ী দুই মহাকাব্যেৰে,
আৰ্য্যবৰ্ত্ত মহাভাৰতত —
উজ্বলে জ্ঞানৰ বন্তি-শিখা ।।

আৰু যে কিমান, কীৰ্ত্তিকাহিনীয়ে,
ক্ষণজন্মা, মহামনীষী-বাণীয়ে,
সত্য-দ্বাপৰ-ত্ৰেতা-কলিযুগে,
ইতিহাসে কোৱা, শত কাহিনীয়ে,
সজাই তোলক 'এটি চেতনা' —
শান্তি-প্ৰীতিৰে থকা, মহান ভাৰত গঢ়া ।।

♣♣♣

# গীত

(দেশপ্রেমমূলক বৃন্দগীত)

## ।। আমি ভাই ভাই, ভিন্ পৰ্ নাই....।।

আমি ভাই ভাই,
ভিন্ পৰ্ নাই,
শান্তিকামী জনতা ।
মহাভাৰতৰ,
বেদ ছন্দৰ,
শিকনি মৈত্ৰী একতা ।।

আমি উচ্চ শিৰেৰে,
প্ৰেম মৈত্ৰীৰে,
জননীৰ ৰাখোঁ মান ।
দেশৰ শান্তি,
বিশ্বশান্তি,
আমাৰেই পণ, আমাৰ ধ্যান ।
আমাৰ নাই, চিন্তাৰ জড়তা ।।

আমাৰ চিতে-গীতে, যাত্ৰাৰ পথে,
লক্ষ্য পোৱাৰ দৃঢ়তা,
আমি ভাৰতীয় জনতা ।।



# গীত

(দেশপ্ৰেমমূলক একক/বৃন্দগীত)

## ।। অস্ত্ৰ প্ৰয়োগেৰে, বৈৰী ভাবেৰে...... ।।

অস্ত্ৰ প্ৰয়োগেৰে,
বৈৰী ভাবেৰে,
কামনা সফল –
হোৱাৰ গতিৰে,
খ্যাতি জানো বাৰু ৰ'ব !!

অহিংসা অস্ত্ৰ, বিৰ্সজন দিলে,
শ্যামলী ধৰিত্ৰী ৰাঙলী কৰিলে,
শোণিতৰ সুঁতিহে ব'ব !!

কাম্য সফলতা, বাৰু আহিবনে !
বাট নুবুলিলে শান্তি পথেৰে –
বিপদ জানো আঁতৰিব !
গতিৰ পথত আউল লাগিছে,
কাঁইটীয়া বাটে যাত্ৰা কৰিছে,
লক্ষ্য যেতিয়া, শান্তি প্ৰগতি –
আলচিলে পোৱা হ'ব,
আলচিলে পোৱা হ'ব !!

♣♣♣

## গীত

(দেশপ্ৰেমমূলক একক/বৃন্দগীত)

### ।। আহা আহা আহা, কৰোঁ আহা...... ।।

আহা আহা আহা, কৰোঁ আহা,
কৰোঁ আৱাহন, মানৱতা ।
আহা আহা আহা, নমাওঁ আহা,
ধৰাৰ বুকুলে, সুন্দৰতা ।।

আহা আহা আহা,, কৰোঁ আহা,
অনুশীলন কোমলতা ।
এৰো এৰো এৰো, এৰো আহা,
মন হৃদয়ৰ কঠোৰতা ।।

যাওঁ যাওঁ যাওঁ, যাওঁ আঁহা,
এৰি কৰ্ম্মত অলসতা ।
চাও চাও চাও, চাও আহা,
প্ৰেম আৱাহনী আকুলতা ।।

ৰাখো ৰাখো ৰাখো, ৰাখো আহা,
কথাত কামত নিৰ্মলতা ।
লিখো লিখো লিখো, লিখো আহা,
প্ৰেম মৈত্ৰীৰ গীতৰ কথা ।।



## গীত

(দেশ প্ৰেমমূলক একক/বৃন্দগীত)

## ।। প্ৰণামো জননী, অসমী আই ........।।

প্ৰণামো জননী, অসমী আই,
প্ৰণামো পুণ্য-তীৰ্থ ।
তুমি আমাৰেই, শত জনমৰ,
কাম্য সাধনা-ক্ষেত্ৰ ।।

তোমাৰ কাৰণে, জনমে জনমে,
সপি দিওঁ দেহ-মন ।
তোমাৰ পূজাৰ, গীতি-ছন্দেৰে,
মন ভৰে অনুক্ষণ ।
ধন্য মানিছোঁ, মানৱ জীৱন –
আমি যে তোমাৰ পুত্ৰ ।।

অসমা সুষমা, আই অনুপমা,
তুলনা কিহেৰে দিওঁ !
শুনিলে অমিয়া , 'মাত অসমীয়া',
সঞ্জীৱনী সুধা পিঁও ।
জনমে জনমে, আই নিছিঙিবা –
যেন, এই যোগ সূত্ৰ; যেন, এই যোগ সূত্ৰ ।।



# গীত

(বিচিত্র - জীৱন বোধৰ)

## ।। অভিযাত্ৰী আমি ৰূপতীৰ্থৰ ....... ।।

অভিযাত্ৰী আমি ৰূপতীৰ্থৰ --
অসুন্দৰক আঁতৰাই,
বাটৰ বিধিনি ভেদি আগলে যোৱাৰ --
আশাৰে হৃদয় ওপচাই ।।

থ'মকি নৰওঁ আমি গতিৰ পথত
আশা আছে লক্ষ্য পোৱাৰ ।
পলম হ'লও এয়া পামেই এদিন --
আঁতৰাই পথৰ আন্ধাৰ।
মনীষীৰ জীৱনীয়ে, বিশ্ব ইতিহাসে --
নীৰৱ ভাষাৰে সকীয়াই।।

যদি আহে কেতিয়াবা পথৰ প্ৰাচীৰ
নিজে নিজে দূৰ হৈ যায়।
সত্য শুদ্ধ হ'লে জীৱনৰ বাট
এয়া ক্ষণিক অন্তৰায়।
সবাৰে জীৱনে, আমি আশা কৰোঁ,
ইয়াকেই যাওক সোঁৱৰাই ।।

♣♣♣

## অৰ্পণ

মোৰ গীত ৰচনাৰ প্ৰেৰণাৰ
গীত জগতৰ চেতনাৰ
গীত সাধনাৰ কল্পনাৰ
প্ৰাণপুৰুষ, --
অসমৰ সঙ্গীত আকাশৰ অন্যতম উজ্জ্বল জ্যোতিষ্ক, সুৰ সম্ৰাট, --
যি জনা আছিল একেধাৰে আজীৱন ওপজা মাটিৰ কেঁচা সুবাসৰ
সুৰৰ অলেখ চিৰ সেউজীয়া গীতৰ সুৰকাৰ, অনেক
কালজয়ী গীতৰ গীতিকাৰ, কথাছবিৰ সাৰ্থক
সঙ্গীত পৰিচালক, গুৱাহাটী অনাতাঁৰ কেন্দ্ৰৰ পৰা এসময়ত
সম্প্ৰচাৰিত গঞা অনুষ্ঠানৰ 'গাওঁ বুঢ়া' চৰিত্ৰৰ সফল ৰূপকাৰ,
হাস্যব্যংগ অভিনেতা, আৰু বহুজন
নতুন সঙ্গীত শিল্পীৰ সৃষ্টিকাৰ, সেইজনা --
মহান সঙ্গীত প্ৰাণ,
মোৰ আজীৱন অসীম শ্ৰদ্ধা আৰু মৰমৰ--
**জ্যেষ্ঠ ভাতৃপ্ৰতীম মুকুল ককাইদেউৰ(মুকুল বৰুৱা)**
পবিত্ৰ স্মৃতিত ---
গীতিকাব্য 'গীতি মঞ্জৰী' খনি
অৰ্পণ কৰা হ'ল ।

--নীলকান্ত শৰ্মা।

-ঃ সূচীপত্র ঃ- (এক)

-ঃ সূচীপত্ৰ ঃ- (দুই)

-: সূচীপত্ৰ :- (তিনি)

-ঃ সূচীপত্ৰ ঃ- (চাবি)

গীত

(প্ৰস্তাৱনা)

## ।। মোৰ প্ৰেম এটি গীতি অন্তৰা...।।

মোৰ প্ৰেম এটি গীতি অন্তৰা,
তোমাৰ প্ৰেমেৰে ছন্দিত ।
মোৰ মানৱ জীৱন এখনি আকাশ,
তোমাৰ আভাৰে ৰঞ্জিত ।।

দেখোঁ যত ৰূপ,
এই জগতৰ,
মাথোঁ অভিলেখ –
তোমাৰ ৰূপৰ,
ভিন্নযুগে-স্থানে,
ভিন্ননিয়মে –
তুমি সৰ্বজন বন্দিত ।।

তোমাৰ ইচ্ছাতে, সৃষ্টি প্ৰলয়,
বিশ্ব জগতে নৱৰূপ লয়,
তুমি চিৰকাল, হে দয়াময় –
অপাৰ মহিমা মন্দিত।



## গীত

(জীৱন প্ৰশস্তি)

### ।। আজিৰ পুৱাটি, মোৰ জীৱনৰ.......।।

আজিৰ পুৱাটি, মোৰ জীৱনৰ,
সোণ-সোঁৱৰণী দিন ।
এই পৃথিৱীৰ, পোহৰ দেখাৰ –
মোৰ জীৱনৰ, প্ৰথম পুৱাৰ,
পঞ্চ সপ্তদশ, বৰ্ষ প্ৰৱেশৰ –
জীৱন পথৰ এটি চিন ।।

উভতি চাইছোঁ, আকৌ এবাৰ,
কিনো দিলোঁ কাক, কিনো পালোঁ কাৰ,
কতনা ধুমুহা, শীতল সমীৰ –
জীৱন পথৰ, – দিন সুদিন !!

অনন্ত ধামলৈ, কত গুচি গ'ল,
আমাৰ চিনাকি অনেক জন ।।
নতুন জনেৰে, চিনাকি হৈছোঁ,
পুৰণিৰ ঠাইত, 'নতুন মন' ।
জীৱনৰ কাল, এটি 'কণিকা' –
মহা জীৱনতে আকৌ লীন !!



[গীতিকাৰৰ আজি পয়সত্তৰ তম্ জন্ম দিৱসত ২৫-৭-২০০৭ তাৰিখ বুধবাৰে পুৱা ৰচিত, গুৱাহাটী।]

– ৰচয়িতা শ্ৰীনীলকান্ত শৰ্মা ।

গীত

(বিচিত্ৰ)

। জীৱন-বাটত থ'মকি নৰ'বা.... ।।

জীৱন-বাটত
থ'মকি নৰ'বা,
অতীত সুঁৱৰি –
বিষাদী নহ'বা,
নব জীৱনৰ প্ৰভাতী পখীটি,
আহিছে নতুন বতৰা লৈ ।।

বিগত দিনৰ, সমাধি থ'লিতে,
নবীন আশাৰ, কাবেং সাজা ।
উজ্বলি উঠক, নতুন প্ৰভাত –
নব জীৱনৰ বাতৰি কৈ ।।

ধুনীয়া ধৰাৰ সকলো ধুনীয়া,
ধুনীয়া মনেৰে, যেতিয়া চাবা,
তপত বালিৰ মৰুৰ মাজতো,
শীতল নিজৰা –
বিচাৰি পাবা ।
অতীত সকলো পাহৰি গৈ ।।

****

[আকাশবাণী গুৱাহাটী কেন্দ্ৰৰ যোগে প্ৰচাৰিত।]

কণ্ঠ – শ্ৰীমতী সুদক্ষিণা শৰ্মা ঃ সুৰ – জীতেন দেৱ।

গীত

(বিচিত্র)

## ।। অসমীয়া ছোৱালী তাই.......।।

অসমীয়া ছোৱালী তাই ।

আ-অলংকাৰে, পিন্ধনে-উৰণে,
বাইকে-বচনে, চলনে-ফুৰণে,
তুলনা দিবলে নাই ;
নাই, তুলনা পাবলে নাই ।।

গাৰে আৱৰণ, নিজ হাতে বোৱা,
মুগাৰে পাটৰে সাজ ।
সোণালী ৰূপালী চাঁদৰ মেখেলা,
পিন্ধনত নকৰে লাজ ।
কাম-বন কৰোঁতে, আইনাম-বিয়ানাম,
মনতে গুণে গুণাই ।।

অলংকাৰ পিন্ধে, দুগ্‌দুগী কেৰু,
গল্‌পটা আঙঠি জোনবিৰি খাৰু,
পিঠিত শোভা কৰে,
খোপা কলডিলীয়া –
ওঁঠত হাঁহি বিৰিঙাই ।।



[আকাশবাণী ডিব্ৰুগড় কেন্দ্ৰৰ পৰা 'গীতৰ শৰাই' অনুষ্ঠানত ০৫-৯-১৯৮৭ তাৰিখৰ পৰা প্ৰচাৰিত ।] কণ্ঠ – শ্ৰীমতী মঞ্জুমালা শৰ্মা ফুকন। সুৰ – শ্ৰীহীৰেন গোহাঁই। আৰু মঞ্জুমালা শৰ্মা ফুকনৰ গীতৰ এলবামত সন্নিবিষ্ট।

গীত

(বিচিত্ৰ)

## ।। অ' মোৰ চেনেহী আই......।।

অ' মোৰ চেনেহী আই,
ভালপাবা মোৰ নতুন ঘৰৰ –
এই বতৰা পাই ।।
শাহু-শহুৰ, দেবৰ-ননদ্,
জানা ইমান ভাল !
আই তোমাৰ চেনেহ বেথাৰ,
যেন আন এটি ফাল ।
সকলোৱে মোক, মৰম যাচে –
হৃদয় ওপচাই ।।
দুখ লাগিছে এৰি আহি,
জনম লোৱা ঘৰ ।
আই-বোপাই, ভাই-ককাই,
ভগ্নী সহোদৰ ।
চিঠি পায়েই উত্তৰ দিবা,
ৰ'লোঁ বাট চাই –
মৰম ওপচাই ।।



[আকাশবাণী ডিব্ৰুগড় কেন্দ্ৰৰ যোগে প্ৰচাৰিত ।]

কণ্ঠ – **শ্ৰীমতী প্ৰনন্তি খাউণ্ড** : সুৰ – **শ্ৰীৰাজেন গোহাঁই** ।

[মোৰ কলেজীয়া জীৱনৰ তথা ওৰেটি জীৱনৰ আদৰ্শ পুৰুষ, পূজনীয় শিক্ষাগুৰু, 'সেউজ কোঁৱৰ' প্ৰয়াত **গদাধৰ চলিহা 'ছাৰ'ৰ** প্ৰেৰণাত ৰচিত, তেখেতৰ এই প্ৰিয় গীতটি, তেখেতৰ পূণ্য স্মৃতিত অৰ্পিত।] – ৰচয়িতা।

গীত

(বিচিত্ৰ)

## ।। জীয়াৰী জীৱনৰ, সামৰণি মাৰি ।।

জীয়াৰী জীৱনৰ, সামৰণি মাৰি –
এৰিথৈ ওপজা ঘৰ ।
বোৱাৰী সাজেৰে, ওলাই মই আহিলোঁ –
আপোনক কৰিলোঁ পৰ ।।
মূৰত তুলি ল'লোঁ, দীঘলকৈ ওৰণি,
শিৰত সেন্দূৰৰে ৰেখা ।
মনৰ পদূলি, উদুলি-মুদুলি,
নেপাওঁ যেন, পথৰে দিশা ।
পুৰণি স্মৃতিয়ে, আমনি কৰিছে,
বেজাৰ লাগিছে বৰ ।।
জনমৰ চিনাকি, হ'ল অচিনাকি –
ভাই-ভনী সহোদৰ ।
অগ্নি সাক্ষী কৰি, নতুনক আদৰি,
দূৰ হ'লোঁ আপোনৰ ।
মই যেন আজি, বুজিও নুবুজোঁ –
এয়া নীতি মানুহৰ !!



[ আকাশবাণী ডিব্ৰুগড় কেন্দ্ৰৰ যোগে প্ৰচাৰিত ।]

কণ্ঠ – শ্ৰীমতী অঞ্জনা কটকী ঃ সুৰ – শ্ৰীৰাজেন গোহাঁই

## গীত

(বিচিত্ৰ)

### ।। কথা কৈ কৈ, আমনি লাগিছে ...... ।।

কথা কৈ কৈ, আমনি লাগিছে –
নুবুজিলা কথা মোৰ ।
সুৰেৰে সজাওঁ, গীতৰ ভাষাৰে –
প্ৰাণৰে বতৰা বোৰ ।।
কোনো অনাদিৰ, আদিম পুৰাত,
কঁপনি উঠিলে, বিশ্ব-বীণাত –
বিশ্ব প্ৰেমৰ সুৰ ।
তাৰে প্ৰতিধ্বনি, মানৱ প্ৰাণত –
গোৱা বা নোগোৱা গীতৰ সুৰত,
ঝংকাৰিত সুমধুৰ ।।
প্ৰীতি-শুচি-সঁচা, উথলা-বানত,
বেদনা উটাই দিয়া ।
তোমাৰ জীৱন, হ'ব মধুময়,
ছন্দিত হ'ব হিয়া ।
প্ৰাণ যমুনাৰ, তীৰত শুনিবা –
আশাৰ ভাষাৰ মধুৰ সুৰ ।।

***

[ আকাশবাণী গুৱাহাটী কেন্দ্ৰৰ পৰা 'গীতৰ শৰাই' অনুষ্ঠানত প্ৰচাৰিত ।] কণ্ঠ - সুদক্ষিণা শৰ্ম্মা ঃ সুৰ - জীতেন দেৱ ।

গীত

(বিচিত্ৰ)

## ।। বৰষাৰ নিশাতে, মন মোৰ উচাতন্.... ।।

বৰষাৰ নিশাতে, মন মোৰ উচাতন্,
ঝৰ্ ঝৰ্ ঝৰ্ ঝৰ্, বৰষাৰে গুঞ্জণ্ ।
মোৰ আজি মনোবনে,
সুবাসি কুসুম ফুলে --
মৰমৰ ফুলৰেণু, যায় ছটিয়াই !! চা-ৰে-গা-মা, পা-ধা-নি-চা .....
সেই ফুলে ফুলে তুমি,
যেন মৌ-মাখি হৈ,
উৰি উৰি, ঘূৰি ঘূৰি,
মৌ-চুমি ফুৰাগৈ,
আলফুলে, সাজিবলে --
চেনেহৰে মৌচাক --
আজীৱন স্নেহ-মধু, দি যাবা বিলাই ।। চা চা চা .........
সেই অমৃত পাণে, মৃত্যুঞ্জয়ী হওঁ,
মৰমৰ আকাশতে, শুকতৰা হৈ ৰওঁ,
জনমে জনমে সখী –
তোমাকে ধিয়াই ।। চা-নি-ধা-পা, মা-গা-ৰে-চা...... ।।



[ ডিব্রুগড় দূৰদৰ্শন কেন্দ্ৰৰ পৰা প্ৰচাৰিত ।]

কণ্ঠ – শ্ৰীমতী উৎপলা শৰ্মা ঃ সুৰ -- শ্ৰীসুবীৰ গুপ্তা।

# গীত

## (বিচিত্ৰ)

## ।। শিল্পী তোমাৰ, মনৰ বনত...... ।।

শিল্পী তোমাৰ, মনৰ বনত –
চিৰ-সেউজ পাত ।
তুমি জীৱন মৰুৰ, শীতল ছাঁয়া –
মিলন নদীৰ ঘাট ।।
তোমাৰ মহান তুলিকাৰে,
আঁকা নানা ছবি,
চিন্তা নায়ক, হে খনিকৰ, বাসন্তী-সুৰভি ।
জীৱন পথত ক্লান্ত পথিক –
জিৰাই তোমাৰ ছাঁত ।।
শান্তি-প্ৰীতি, মৈত্ৰী-গীতি,
তোমাৰ আশাৰ বাণী ।
মৰত খনিক সৰগ গঢ়াৰ –
প্ৰাণৰ সুৰ-ধ্বনি ।
তুমি নিৰাশাৰ, আন্ধাৰ পথৰ,
আশাৰ পোহৰ বাট ।
হে স্ৰষ্টা, দ্ৰষ্টা মহান ! জনাওঁ প্ৰণিপাত ।।

♣♣♣

[ আকাশবাণী ডিব্ৰুগড় কেন্দ্ৰৰ পৰা প্ৰচাৰিত ।]
কণ্ঠ আৰু সুৰ – প্ৰদ্যোত দেবেন শৰ্মা ।

## গীত

(বিচিত্ৰ)

### ।। দেখিছোঁ তোমাক মই, মানস চকুৰে ....।।

দেখিছোঁ তোমাক মই,
মানস চকুৰে,
পাহৰা দিনৰ ৰূপত ।
পদুম-ক'লিৰ মিচিকি হাঁহিটি –
কাঁচি-জোন দুটি ওঁঠত ।।
দেখাতো নাই মই, তোমৰ ৰূপত,
সময়ৰে অভিলেখ ।
জীৱন জগোৱা, সুৰেৰে সজোৱা,
দেখোঁ সেই এটিহে বেশ ।
শুনো মই সেই, মৌ-মৌ মাত --
জোনপুৰ তোমাৰ মুখত ।।
চেনেহী পৰশে, মৰমী তোমাৰ,
ফুলালে যি পাহি ফুল ।
সেয়ে বান্ধে মোৰ, জীৱন নদীৰ,
উৰ্ব্বৰা উপকূল –
পৰাণৰ অসীম সুখত !!



[ আকাশবাণী ডিব্ৰুগড় কেন্দ্ৰৰ পৰা 'গীতৰ শৰাই'ত প্ৰচাৰিত ।]

কণ্ঠ – শ্ৰীদুলাল গগৈ : সুৰ – শ্ৰীহীৰেন গোহাঁই ।

গীত

(বিচিত্ৰ)

## ।। হাঁহি-ফুলৰ পাহি তোমাৰ ......।।

হাঁহি-ফুলৰ পাহি তোমাৰ,
হ'ৰিণ চকু দুটি ।
মৰম-সজল চাৱনিটি —
আশাৰ-জীৱন জ্যোতি ।।
পলাশ-পাহিৰ দুটি ওঁঠত,
সবুজ অবুজ ভাষাৰ আঁৰত,
অযুত সপোন দেখোঁ ।
মোৰ জীৱন-নদীত, যেন যাচিছাঁ —
প্লাৱন অহাৰ গতি ।।
অ' প্ৰথম দেখাৰ, মধুৰ স্মৃতি,
আছেনে মনত !
দেখানেকি কেতিয়াবা —
সেয়া সপোনত !
ক'বানে মোক,
মন আকাশৰ —
হে'ৰা অৰুন্ধতী !!

***

[আকাশবাণী ডিব্ৰুগড় কেন্দ্ৰৰ পৰা প্ৰচাৰিত । ]
কণ্ঠ — শ্ৰীদুলাল গগৈ । সুৰ - শ্ৰীহীৰেন গোহাঁই ।

গীত

(বিচিত্র)

## ।। আই দূৰ্গা, শক্তি-ৰূপা ...... ।।

আই দূৰ্গা, শক্তি-ৰূপা,
দূৰ্গতি নাশিনী ।
শৰততে মৰ্ত্তলোকে --
তোমাৰ আগমনী ।।
অসুৰ বিনাশি তুমি,
শান্তি প্ৰদায়িনী ।
কাত্যায়িনী অন্নপূৰ্ণা --
মহিষ মৰ্দ্দিনী ।
কৃপা কৰা হে মাতৃ --
হে কৰুণাময়ী ।।
মানৱ প্ৰাণৰ, এই মৰতত,
প্ৰীতিৰ-সুৰ ধ্বনি,
হোৱা মাতৃ সৰ্ব্বক্ষণে --
বিপদে তাৰিণী ।
আদ্যা শক্তি মহামায়া --
জগত জননী ।।



[ আকাশবাণী ডিব্ৰুগড় কেন্দ্ৰৰ পৰা প্ৰচাৰিত । ]
কণ্ঠ -- শ্ৰীমতী কল্পনা ভাগৱতী (ভট্টাচাৰ্য্য) ।

গীত

(বিচিত্ৰ)

## ।। উগুল-থুগুল, চিত্ বিয়াকুল .... ।।

উগুল-থুগুল, চিত্ বিয়াকুল –
সপোন জানো সফল হ'ব ?
মাটিৰ পৃথিৱী, সৰগ সজোৱা –
শুভ পণ, কোনে কেতিয়া ল'ব !!
সেই মধুক্ষণ, কৰি আবাহন,
হে সুন্দৰৰ পূজাৰী,
তোমাৰ মধুৰ, মৈত্ৰী-মন্ত্ৰ,
গোৱাহে হৃদয় উজাৰি ।
এদিন সপোনৰ, কাম্য সৰগ,
ধৰাৰ বুকুতে মূৰ্ত্ত হ'ব ।।
এমুঠি মানুহে, মানৱতাৰ
পথ যে কৰিছে ৰুদ্ধ ।
গণ-শিল্পীয়ে, কৰে তাৰ স'তে,
বিৰাম বিহীন যুদ্ধ ।
মানৱীয় জয়, এদিন নিশ্চয়,
জয়াবিনী হৈ ৰ'ব ।।



[ডিব্ৰুগড় আকাশবাণী কেন্দ্ৰৰ পৰা প্ৰচাৰিত ।]
কণ্ঠ – শ্ৰীমতী কল্পনা ভাগৱতী : সুৰ – শ্ৰীসূৰ্য্য ভাগৱতী।

গীত

(বিচিত্র)

## ।। ওপৰতে আকাশ নীলা ......।।

ওপৰতে আকাশ নীলা,
পথাৰ সেউজীয়া ।
আহিনতে পূজাৰ বতৰ --
কি যে বিনন্দীয়া; কি যে বিনন্দীয়া ।।
বৰষাৰে বোকাপানী, নদীৰ বুকুৰ ধল,
আহিনৰে পৰশতে, মৰম নিয়ৰ হ'ল ।
কহুঁৱা শেৱালি ফুলি --
হ'ল মোহনীয়া; হ'ল মোহনীয়া ।।
শকতি ৰূপিনী দেৱী,
অসুৰ নাশিনী ।
শৰততে মৰতলে,
শুভ আগমনি ।
আমাৰ প্ৰাণৰ, অসুৰ নাশৰ,
আই আশিস দিয়া ।
আহিনতে পূজাৰ বতৰ --
কি যে বিনন্দীয়া; কি যে বিনন্দীয়া।।



[আকাশবাণী ডিব্ৰুগড় কেন্দ্ৰৰ পৰা প্ৰচাৰিত ।]

**কণ্ঠ -- শ্ৰীমতী শান্তা হাজৰিকা ঃ সুৰ -- শ্ৰীঅৰবিন্দ শৰ্ম্মা ।**

গীত

(বিচিত্ৰ)

## ।। সপোন সোণালী, শাৰদী জোনালী ...।।

সপোন সোণালী, শাৰদী জোনালী –
অ' মোৰ ল'ৰালি কাল ।
কালত বিলীন, মধুময় দিন,
সোঁৱৰিলে লাগে ভাল !!
নাছিল ভেতিয়া, এতিয়াৰ এয়া,
সংঘাতে ভৰা দিন ।
ফুল হৈ ফুলা, তৰা হৈ জ্বলা,
নাহে আৰু সেই দিন !
পুৰণি স্মৃতিয়ে, তৰে মোৰ দুচকুত –
সপোনৰ মায়াজাল ।।
দেখিলে শিশুৰ, হাঁহি নাচি ফুৰা,
খেলি থকা ধূলি ভাত ।
পাহৰি পেলাও, জীৱন বাটৰ –
আহিলোঁ কিমান বাট !
বুজিও নুবুজোঁ, এয়া যে নহয় –
জীৱনৰ চিৰকাল !!

♣♣♣

[আকাশবাণী ডিব্ৰুগড় কেন্দ্ৰৰ পৰা প্ৰচাৰিত ।]
কণ্ঠ – শ্ৰীউমেশ গগৈ : সুৰ – শ্ৰীহীৰেন গোহাঁই ।

গীত

(বিচিত্ৰ)

## ।। প্ৰণামো জননী, করুণাময়ী .... ।।

প্ৰণামো জননী,
করুণাময়ী,
জনম দায়িনী, সাদৰী আই ।
মঙ্গলকামী,
আশিস দায়িনী –
স্নেহৰ মুকতি, তুলনা নাই ।।
তোমাৰ কৃপাতে, জনম লভিলোঁ,
ইমান ধুনীয়া, পৃথিৱী দেখিলোঁ,
তুমি নিবিচাৰা, প্ৰতিদান চেনেহৰ,
কৰা মৰিষণ, শতেক দায় ।।
মাতৃ-স্নেহৰ, সমতুল একো –
নাই এই পৃথিৱীত ।
আত্ম দানেৰে, হে মহিয়সী,
সন্তানৰ সাধা হিত ।
তোমাৰ ত্যাগৰ, জ্যোতিৰে জগত –
আছা চিৰকাল পোহৰায় ।।

♣♣♣

['ঐক্যতান শিল্পী' গোষ্ঠী নিবেদিত গীতৰ কেচেটত প্ৰচাৰিত ]
কণ্ঠ – শ্ৰীমতী কল্পনা গগৈ ।

## গীত

(বিচিত্ৰ)

### ।। আমাৰ আপোন, মাটিৰ পৃথিৱী ....।।

আমাৰ আপোন, মাটিৰ পৃথিৱী --
এখন বিশাল মঞ্চ ।
আমি অভিনেতা, সফল বিফল –
অভিনীত শত দৃশ্য ।।
সফল জীৱন, অভিনয় কৰি –
কত হ'ল প্ৰস্থান ।
স্বৰ্ণবৰ্ণে লিখি, মঞ্চ ইতিহাস,
কালজয়ী মহীয়ান ।
কত জনে, খলনায়ক ৰূপত –
জীৱন কৰিছে তুচ্ছ ।।
বিশাল মঞ্চ, এই পৃথিৱীৰ,
সংঘাতে ভৰা, জীৱন-ক্ষণ ।
নাট্যকাৰৰ মঞ্চ ৰূপত –
বিকশিত প্ৰেম-মৈত্ৰী পণ ।
হে নাট্যকাৰ, হে অভিনেতা
সাধনা তোমাৰ নহয় ব্যৰ্থ ।।



[নামৰূপ নাট্য সন্থাৰ ৰূপালী জয়ন্তী সমাৰোহৰ স্মৰণিকাৰ বাবে ৰচিত আৰু প্ৰকাশিত গীত ।]

## গীত

( প্ৰশস্তি শিক্ষা গুৰুলৈ, -- শিক্ষক দিৱসত)

### ।। আমি উত্তৰ পুৰুষ, আহিছোঁ ওলাই .... ।।

আমি উত্তৰ পুৰুষ, আহিছোঁ ওলাই --
পোহৰৰ সন্ধানত ।
আমি ভক্তবৃন্দ, এয়া সমাৱেশ,
মন্দিৰৰ দুৱাৰত ।।
হে জ্ঞান গুৰু, তোমাৰ জ্যোতিৰ্ৰে,
আন্ধাৰ আঁতৰ কৰি --
যাত্ৰা পথৰ সন্ধান দিয়া,
জ্ঞানৰ বন্তি ধৰি --
ধন্য কৰাহে, আমাৰ জীৱন,
জ্ঞানৰ জোনাকত ।।
তোমাৰ কৃপাত, যেন জীৱনৰ,
অৰ্থ ভেদিব পাৰো ।
মৰ্ত্ত-লোকত, মৃত্যুঞ্জয়ী --
আমাৰ জীৱন গঢ়ো ।
হে জীৱন গঢ়াৰ, মহান শিল্পী --
প্ৰণিপাত চৰণত ।।



[শিক্ষক দিৱসত ছাত্ৰ-ছাত্ৰী সকলৰ 'গুৰু বন্দনা'
বৃন্দগীত হিচাপে পৰিবেশিত ।]

## গীত

(বিচিত্ৰ)

### ।। অ' শ্যাম! সাকাৰ হোৱা ....... ।।

অ' শ্যাম! সাকাৰ হোৱা,
যত অবিচাৰ, এই পৃথিৱীৰ –
আঁতৰোৱা আঁতৰোৱা !!
প্ৰাণত দেখিছোঁ,
স্নেহৰ দীনতা ।
মৰম প্ৰীতিত,
যেন কৃত্ৰিমতা ।
সুন্দৰেৰে শুচি সঁচা গীত,
আমি যেন নাই গোৱা !!
ধুনীয়া ধৰাত, নামিব আন্ধাৰ,
অ' শ্যাম, অ' শ্যাম –
যদিহে পাহৰো,
আমি কোন, কাৰ !
তোমাৰ জ্যোতিৰে,
হে দয়াময় –
এটিবাৰ পোহৰোৱা, অ' শ্যাম, অ' শ্যাম !!



[আকাশবাণী গুৱাহাটী কেন্দ্ৰৰ পৰা 'গীতৰ শৰাই'ৰ বিশেষ অনুষ্ঠানত প্ৰচাৰিত।] কণ্ঠ – শ্ৰীমতী মৃদুলা দাস ঃ সুৰ – শ্ৰীবিপুল বৰুৱা ।

## গীত

(দ্বৈত কণ্ঠী)

### ।। নহয় মই ধনটি ......... ।।

পুঃ - নহয় মই ধনটি
নৈয়ে এৰা সুঁতি,
সাউদৰ পাহৰা বাট ।
মঃ - সোণো নহয় জানা,
পাষাণ দেৱতা,
মুখেৰে নেমাতে মাত ।।
পুঃ - ফাগুনৰ আকাশৰ,
নহয় মই ডাৱৰ,
উঁই মাটি অসাৰুৱা ।
মঃ - সোণো নহওঁ জানা,
ধান পতনুৱা,
কুলাৰে আগতে উৰা ।।
পু+মঃ - তেনে 'ধন' আৰু 'সোণটি' —
দুটি প্ৰতিশ্ৰুতি,
সৃষ্টি প্ৰয়াসী, উৰ্ব্বৰা ধৰিত্ৰী,
ভৰা লুইতৰে ঘাট ।।



[আকাশবাণী গুৱাহাটী কেন্দ্ৰৰ পৰা বিশেষ অনুষ্ঠানত প্ৰচাৰিত ।]
সুৰঃ - শ্ৰীঅনুপম চৌধুৰী।

## গীত

(দ্বৈত কণ্ঠী)

### ।। আৰ্ত জনৰ উচুপনি শুনি ...... ।।

পুঃ- আৰ্তজনৰ উচুপনি শুনি –
মোৰ যে হৃদয় দগ্ধ ।
মঃ- মোৰো গীতৰ, ছন্দ হেৰায় –
কণ্ঠও যেন স্তব্ধ ।
পু+মঃ- আমি সহযাত্ৰী, একেই পথৰ,
মানৱ-মুকুতি লক্ষ্য ।।
পুঃ- মই আজীৱন, যেন অনুক্ষণ,
গাওঁ মুকুতিৰ গান ।
মঃ- ময়ো গণ-চেতনাৰে, কৰোঁ অৱসান,
মানৱতাৰ অপমান ।
পু+মঃ- আমি, সাম্য-মৈত্ৰী, প্ৰেম মন্ত্ৰেৰে –
মুখৰিত কৰোঁ কণ্ঠ ।।
পুঃ- আমি দুয়ো গীত, একেটি ৰাগৰ,
নাই নাই কাৰো, এলাহ ভাগৰ,
মঃ- আমি, গণ-মুকুতিৰ আশাৰ ভাষাৰ –
গীতৰ সুৰৰ ছন্দ ।।



[গীতটি সুৰেৰে প্ৰাণ পোৱাৰ আশাৰে, দ্বৈত কণ্ঠৰ অপূৰ্ব্ব যুতি শ্ৰদ্ধেয় শ্ৰীদিলীপ শৰ্মা (এতিয়া প্ৰয়াত) আৰু শ্ৰদ্ধেয়া শ্ৰীমতী সুদক্ষিণা শৰ্ম্মাৰ হাতত অৰ্পিত। ] – ৰচয়িতা ।

## গীত

(দ্বৈত কণ্ঠী)

### ।। ভৰা সুঁতি যেন, এৰাসুঁতি হ'ল ....।।

পুঃ - ভৰা সুঁতি যেন, এৰাসুঁতি হ'ল,
নদীয়ে সলালে গতি ।
মঃ - হৃদয়-ফল্গু অন্তঃসলিলা –
নাই যে গতিৰে যতি ।।
পুঃ - দুচকুৰ বাবে, সঁচা হোৱাটোকে,
সঁচা বুলি কোৱা নীতি ।
মঃ - মনৰ চকুৰে, নেচালে নেদেখে,
অসীম অশেষ প্ৰীতি ।।
পুঃ - দুচকুৰ বাবে, যিটি সঁচা হয়,
হ'ব পাৰে জানো মিছা ?
মঃ - আমি নিতে দেখা, সূৰ্যৰ গতি,
হ'ব পাৰে জানো সঁচা ??
পু+মঃ -তুমি মই মিলি, এটি হোৱা ক্ষণ,
প্ৰীতিৰ সুঁতাৰে যুতি।
পু+মঃ -আমি বুজি পালোঁ, দুয়ো দুয়োকে –
জীৱনে জীৱনে সুখী ।।



## গীত

(দ্বৈত কণ্ঠী)

## ।। মই যেন এটি জুৰি, মৰম লুইত মুখী....।।

ম ঃ - মই যেন এটি জুৰি, মৰম লুইত মুখী,
নাচি নাচি বৈ যোৱা ।
আৰু, যেন সুৰভিত, প্ৰেমৰ ফুলনি -
মৌ মাখি স্বাগত জনোৱা ।।
পু ঃ - ময়ো যেন তোমাৰ গতিৰ য'তি, মৰম লুইত খনি -
প্ৰেম উৰ্ম্মিৰে ভৰা ।
আৰু, তোমাৰ কাম্য মৌ মাখি,
ৰহঘৰা সাজিব বিচৰা ।।
পু+ম ঃ - তেনে, আমি দুটি মন, এক-মুখী,
দুয়ো নহয় দিশহাৰা ।।
পু ঃ - মই, উৰি যাওঁ ক্ষণ গণি, কামনাৰ দিগন্ত খিয়াই ।
ম ঃ - আৰু, মই উৰা মাৰো, মনোবনে বসন্তৰ পুলক জগাই ।।
পু+ম ঃ - আমি মিলনৰ গীত গাওঁ,
দুটি প্ৰাণ এটি হোৱা ।
নতুন দিনৰ, মিলন পথৰ -
শত বাধা পাহৰি পেলোৱা ।।

♣♣♣

## গীত

(দ্বৈত কণ্ঠী)

## ।। মই নদী হৈ মিলি যাম গৈ ..... ।।

পুঃ - মই নদী হৈ, মিলি যাম গৈ --
তোমাৰ সাগৰ-বুকুতে ।
মোৰ যাত্ৰা পথৰ,
শতেক বাধাৰ,
জনাম বতৰা গুপুতে ।।
মঃ - জীৱন বিৰিখ, সজাম তোমাৰ,
ময়ো কুঁহি পাত ফুলেৰে ।
ৰঞ্জিত হ'ব, তোমাৰ জীৱন --
ৰামধেনু-সাত-বোলেৰে ।।
পুঃ - আই বোপায়ে, শুনো কথা পতা,
সেই শুভ ক্ষণ ব'হাগতে ।
দুটি মন-প্ৰাণ, এটি হৈ যাব --
নাথাকিব বাধা মাজতে ।।
পু+মঃ - দুয়ো একেলগে, থাকিম তেতিয়া,
একেটি শান্তিৰ পজাঁতে ।
যুৰীয়া-জীৱন সাজতে ।।



## গীত

(দ্বৈত কণ্ঠী)

### ।। মনতে গুপুতে, কত কথা আছে ...... ।।

পুঃ- মনতে গুপুতে, কত কথা আছে,
তোমাক অকলে ক'বলে ।
মঃ- শয়নে-সপোনে, দিঠকতো ক্ষণে –
মই বৈ আছো শুনিবলে ।।

পুঃ- সেই মধুক্ষণ, শুভ আগমন,
হ'ব তেনে হ'লে সঁচা ।
মঃ- মোৰ দৰে যদি, তুমি শুচি সঁচা,
নাই যে পথৰ বাধা ।
পু+মঃ-আহা তেনে হ'লে, আমি কথা দিওঁ –
হেঁপাহেৰে বাট চাবলে ।।

পুঃ- যাত্ৰা আমাৰ, লক্ষ্য ধিয়াই –
সীমাৰ মাজত থাকি ।
মঃ- বক্ষ সঁজাত মন-ময়ূৰীয়ে,
বৰষাৰ ছবি আঁকি ।
পু+মঃ-আমি, যুগ্ম বাগত কৰোঁ বিচৰণ
শুচি প্ৰেম গীতি গাবলে ।।



# গীত

(দ্বৈত কণ্ঠী)

## ।। তুমি ফুলনিৰ গোলাপী ৰাণী ..... ।।

পুঃ - তুমি ফুলনিৰ গোলাপী ৰাণী,
আছা সুবভিত হৈ ।
মঃ - সাজিবানে তুমি, ৰহঘৰা বাৰু,
মৌ-খিনি ছাকি লৈ ?
পুঃ - তুমি হেঙুলী বৰণ, অৰুণ-পুৱাৰ,
পোহৰ সিঁচি যাবলৈ ।
মঃ - মই পোহৰতে, মাৰ যাওঁ নিতে --
পুৱাতে উদয় হ'বলৈ ।।
পুঃ - তুমি মৰমী-লুইত, গঙ্গা, যমুনা
চিৰ প্ৰৱাহিত নৈ ।
মঃ - তুমি হোৱা যেন,
তাৰে দুটি কূল --
পৰশি থাকিমে বৈ ।।
পু+মঃ - আমি দুটি গীত, এটি ৰাগৰ,
আমি দুটি চিত্, নহয় দূৰৰ,
প্ৰীতিৰে মহিমা কৈ ।।



# গীত

(দ্বৈত কণ্ঠী)

## ।। তুমি মন আকাশৰ, ৰামধেনু খনি ..... ।।

ম ঃ - তুমি মন আকাশৰ, ৰামধেনু খনি --
সপ্ত ৰহণে বোলোৱা ।
প্ৰীতি অৰুণৰ ,সোণালী বৰণে --
আলফুলে উজ্জ্বলোৱা ।।

পু ঃ - তুমি মন-ফুলনিৰ, ৰাঙলী-গোলাপী,
ফুলি সুবাসিত হোৱা ।
মই এটি ভ্ৰমৰ, সুৰভি বিচাৰি --
তাতে উৰি ঘূৰি ফুৰা ।।

ম ঃ - তুমি মন-মন্দিৰৰ, চিৰ উপাস্য,
প্ৰাণৰ-দেৱতা মোৰ ।
মই আল্পনা আকোঁ, স্বাগত জনাই,
হৃদয় প্ৰীতিৰে পূৰ ।।

পু+ম ঃ - আমি সুৰ-ছন্দেৰে, দ্বৈত কণ্ঠেৰে,
এটি মিঠা গীত হোৱা ।
জীৱনে মৰণে, যেন অনুক্ষণে,
নীৰৱ ভাষাৰে গোৱা ।।

♣♣♣

## গীত

(দ্বৈত কণ্ঠী)

## ।। যদিহে তোমাৰ জীৱনৰ বাবে ..... ।।

পুঃ- যদিহে তোমাৰ জীৱনৰ বাবে,
সেয়া কামনাৰ ক্ষণ ।
কোনে কি বুলিব, তাকে ভাবি কিয় --
কাতৰ কৰিছা মন !!

মঃ- বেলি মাৰ যায়, জোনটি ওলায়,
বাধাৰ ডাৱৰ আঁতৰাই ।
তেনেদৰে লওঁ,
লওঁ তেনে হ'লে --
মোৰো প্ৰাণৰে পণ ।।

পুঃ- আশাবোৰ যদি,
লুইতৰ সুঁতি,
কোনেনো ৰোধিব পাৰে ?

মঃ- পথৰ আন্ধাৰ, আঁতৰাই দিওঁ,
দৃঢ়তাৰ-জোনাকেৰে ।।

পু+মঃ- সজাওঁ আমি দুয়ো, সফল জীৱন,
সুবাসিত মধুবন ।।

♣♣♣

## গীত

(দ্বৈত কণ্ঠী)

### ।। তোমাৰ স্নেহত, মোৰ পৰাণত ......।।

পুঃ - তোমাৰ স্নেহত, মোৰ পৰাণত,
সুৰৰ নিজৰা বয় ।
যেন বুকুভৰা, অযুত বতৰা,
সুৰৰ মাজতে বয় ।।
মঃ - তোমাৰ প্ৰাণৰ সুৰ নিজৰাতে,
মোৰ পানচৈ উটি যায় ।
জীৱনে বিচৰা, কূল পয়োভৰা –
নিচেই কাষতে পায় ।
পু+মঃ - আমি দুয়ো যেন,
শয়নে-সপোনে,
যাওঁ এটি সুঁতি হৈ ।।
পুঃ - তুমি কোৱা কথা, যদি হয় সঁচা,
আমি দুয়ো প্ৰিয়জন ।
মঃ - জনমে জনমে, জীৱনে-মৰণে,
হ'ব এয়া, মোৰো পণ –
প্ৰীতিৰ মহিমা কৈ ।।



## গীত

(দ্বৈত কণ্ঠী)

## ।। প্ৰথম দেখাতে, তোমালৈ মই .....।।

পুঃ- প্ৰথম দেখাতে, তোমালৈ মই,
লিখিলোঁ এখনি চিঠি ।
বহু বিশেষণ, মিঠা সম্বোধন --
শৰদৰ ফুল গাঁথি ।।

মঃ- ময়ো পঢ়িছিলোঁ, সেই চিঠি খনি,
বৰ্ণমালা নিচিনিও ।
সেয়া যে নাছিল, কাগজত লিখা,
লিখিছিলা তুমি যদিও ।

পুঃ- কাপ-মৈলাম, কাগজ নেলাগে,
মনৰ চিঠি খনি লিখিবলে !

মঃ- আখৰ চিনিব, লাগিছে কিয়নো --
তেনে চিঠি খনি পঢ়িবলে !

পু+মঃ-নিলিখা চিঠিৰে, মনৰ বতৰা --
আমি দুয়ো, পালোঁ বুজি।
প্ৰাণৰ বতৰা, দুচকুতে থাকে --
বুজিব পাৰিলে পঢ়ি ।।

♣♣♣

## গীত

(দ্বৈত কণ্ঠ)

### ।। মোৰ আই অসম, গুৱনি অসম ..... ।।

পু ঃ - মোৰ আই অসম, গুৱনি অসম,
সুৰীয়া মাতৰ দেশ ।
স্বৰ্গদেউ চুকাফা,গুৰু শঙ্কৰৰ,
সমন্বয়ৰ বেশ ।।

ম ঃ - আমাৰ জননী, জয়াৰে মূলাৰে –
কনকলতাৰে দেশ ।
এই আদৰ্শ, আমি নেপাহৰোঁ –
হ'বলে নিদিওঁ শেষ ।।

পু ঃ - ত্যাগ বীৰত্বৰ, সমন্বয়ৰ,
স্বদেশ প্ৰেমৰ সাক্ষী ।
ইতিহাসত, সোণ-আখৰত,
ৰখা পাতে পাতে লিখি ।।

পু+ম ঃ -আগবাঢ়ো আমি, প্ৰগতি পথত,
সজ আদৰ্শ, সুঁৱৰি মনত ।
মিলন তীৰ্থ, সজাওঁ অসম –
অতীতৰ অনুলেখ ।।

♣♣♣

## গীত

(বন্দনা গীতি)

### ।। হে বিশ্বপিতা, যাচিছোঁ প্ৰণাম ......।।

হে বিশ্বপিতা, যাচিছোঁ প্ৰণাম ।
অনেক ভাষাৰে আমি,
ভিন্ন নিয়ম মানি,
ঈশ্বৰ, আল্লা, গড্, দিছোঁ বহুনাম ।।

ৰাম-কৃষ্ণ-যীচু,
বুদ্ধ-হজৰত,
তোমাৰ মনুষ্য ৰূপ --
এই জগতত ।
গীতা, বাইবেল-ত্ৰিপিটক-কোৰাণত --
একেই প্ৰেমৰ বাণী, বিচাৰিলে পাম ।।

সৃষ্টিৰ সকলোতে,
দেখিছোঁ তোমাক ।
ধৰ্ম্মই এয়া বাণী,
শিকাই আমাক ।
সত্য-অহিংসা-প্ৰেম-মানৱ-সেৱাৰ,
মূলাধাৰ জগতৰ, ধৰ্ম্ম যতমান ।।



## গীত

(বন্দনা গীতি)

### ।। হে দয়াময়! তুমি আছা প্ৰভু ক'ত .... !!

হে দয়াময়! তুমি আছা প্ৰভু ক'ত !!
তোমাৰ ৰূপৰ ক'ত কল্পনা –
তোমাৰ স্তুতিৰ কতনো ৰচনা
ৰূপ-স্থিতি হৃদয়তে ।।

তুমি বিৰাজ কৰিছা
অৰূপ-ৰূপতে –
ভূমি আৰু ভূমা সকলো ভৱতে,
নবুজো নিচিনো
অৰূপ-ৰূপক –
আপোনাৰো হৃদয়তে ।।

দিয়া জ্ঞান-জ্যোতি
কৰিছোঁ মিনতি
অজ্ঞান তমসা আঁতৰোৱা ।
সজাও জগত, সৰগ ৰূপত,
কল্পনা-ৰতন পাওঁ মৰতত,
আৰু যেন তোমাকে হৃদয়তে ।।



## গীত

(বন্দনা, অৰূপৰ)

## ।। আকাশ সত্য, বতাহ সত্য ..... ।।

আকাশ সত্য, বতাহ সত্য,
সত্য জোন-বেলি-তৰা ।
সত্য নিয়মেৰে, আহে ছয় ঋতু,
নিজ ৰূপে মনোহৰা ।।

এই সৃষ্টিৰ নিয়ন্তা যিজন
মহা চেতনাৰ প্ৰাণ ।
ভিন্ন নামেৰে মাতিলেও 'তেওঁ' –
'সত্য' বিনে নোহে আন ।
যেন এই বাণী,
শুনো ৰিণি ৰিণি,
আহে কৰবাৰ পৰা ।।

তেওঁৰ সত্য,
অম্লান জ্যোতিৰে,
আলোকিত হোৱা প্ৰাণ,
আমি, মহা-সত্যৰ আলোক বিলোৱা --
জগতৰ জ্যোতি ধাৰা।।



## গীত

(বন্দনা)

### ।। কোনে দিলে গছৰ ডালত....... ।।

কোনে দিলে গছৰ ডালত,
কোমল কুঁহিপাত,
বন-বিহংগীৰ কণ্ঠ ভৰাই –
ইমান মিঠা মাত !!

জোন-বেলি-তৰা-ভৰা,
সুনীল আকাশ মনোহৰা,
কোনে সজায় ৰামধেনু –
সোণালী প্ৰভাত !!

নোৱাৰে কোনোৱে দিব,
ইয়াৰ সমিধান,
সকলোৰে দাতা হেনো –
এজন ভগৱান ।
তেওঁৰ চৰণতে নিতে,
নিকা আমাৰ মনে-চিত্তে,
তেওঁৰ শুভ আশিস মাগি –
জনাওঁ প্ৰণিপাত ।।



## গীত

(বাণী বন্দনা)

### ।। গাঠিছোঁ পূজাৰ মালা, গীতৰ ফুলৰ ..... ।।

গাঠিছোঁ পূজাৰ মালা ,
গীতৰ-ফুলৰ ।
লেখা-বা-নেলেখা কত --
গীতৰ, সুৰৰ ।।

হৃদয় বেদীত থাপি –
প্ৰতিমা তোমাৰ ।
হে দেৱী, নিবেদিছোঁ,
পূজা উপচাৰ ।
আয়োজন আজীৱন –
তোমাৰ পূজাৰ ।।

সুৰৰ চেতনা বীণাপাণি,
প্ৰেৰণাৰ ।
ৰং ৰূপ প্ৰদায়িনী –
করুণা তোমাৰ।
কৰা হে জীৱন ধন্য –
তৱ মহিমাৰ ।।



# গীত

(প্ৰশস্তি, শিক্ষা গুৰুলৈ)

## ।। দিয়াহে আমাক, জ্ঞানৰ জোনাক...... ।।

দিয়াহে আমাক, জ্ঞানৰ জোনাক,
স্বাগত হে জ্ঞান-গুৰুজন ।
পোহৰ বিলোৱা, পুত পণ লোৱা –
চিৰ পবিত্ৰ তোমাৰ মন ।।

তুমি অবিহনে, জগত আন্ধাৰ,
উত্তৰণ নাই, কোনো মনীষাৰ,
মানব প্ৰগতি,
হ'ব অধোগতি,
আন্ধাৰ বিনাশি নহ'লে ৰণ ।।

দূৰ অতীতত, গুৰুৰ গৃহত,
এতিয়াৰ এয়া, জ্ঞান মন্দিৰত,
ছাত্ৰ তোমাৰ শিষ্য।
তোমাৰ জ্ঞানৰ বিমল জ্যোতিৰে,
জীৱন গঢ়াৰ ৰূপ চানেকিৰে,
কৰিছা সবাকে দীপ্ত ।
প্ৰণামো তোমাক হে মহান ।।

♣♣♣

## গীত

(স্বদেশপ্ৰেমমূলক )

## ।। আন্ধাৰ পৃথিৱীখনি ......... ।।

আন্ধাৰ পৃথিৱীখনি,
কৰিম পোহৰ আমি --
জ্বলাই জ্ঞানৰে বন্তি ।
অমৃত পুত্ৰ আমি,
আমি যে মানুহ --
আমাৰ কামনা চিৰ শান্তি ।।

ভাষা ধৰমৰ, শতেক বিভেদ,
মানৱীয় চেতনাৰে --
আঁতৰ কৰিম ।
মিলিজুলি সকলোটি, জীয়াই থকাৰ,
'সৰ্ব্ব ধৰ্ম্ম সাৰ' বাণী প্ৰচাৰিম ।
দূৰ কৰি বিভেদৰ ভ্ৰান্তি ।।

পথৰ বিঘিনি আমি, নহওঁ লোকৰ,
পাৰিলে সহায় হম, যাত্ৰা পথৰ,
আমি কামনা কৰোঁ শান্তি ।
আমি যাত্ৰা পথৰ সহযাত্ৰী ।।

♣♣♣

# গীত

(স্বদেশপ্ৰেমমূলক বৃন্দগীত)

## ।। আমি অসমীয়া ডেকা ঐ ..... ।।

আমি অসমীয়া ডেকা ঐ,
দুজনা গুৰুৰ মানৱ প্ৰেমেৰে,
স্বদেশৰ প্ৰীতি, বীৰ লাচিতৰে,
গঢ়ো স্বদেশক, চানেকি লৈ ।।

চাক্‌নৈয়া-ভৰা, বৰ লুইততে,
সাহসেৰে মেলোঁ নাওঁ ।
বিপদৰ যত, জাঁজী ধনশিৰি –
সাঁতুৰি পাৰলৈ যাওঁ ।
উচ্চ শিৰেৰে, শান্তি প্ৰীতিৰে –
জিলিকি থকাৰ প্ৰতীক হৈ ।।

আমি মিচিং-ৰাভা-হাচং-কাৰ্বি,
টিৱা-ডিমাছা-চাহ- জনজাতি,
টাই-বাৰ-ভূঞা-ব্ৰাহ্মণ-আৰবী,
থলুৱা-পমুৱা-বড়ো-কোচ-কছাৰী,
সকলোটি মিলি, লুইতৰ সুঁতি –
সদা-সম্প্ৰীতিৰ কাহিনী কৈ ।।



## গীত

(স্বদেশপ্ৰেমমূলক বৃন্দগীত )

### ।। আমি অসমীয়া ডেকা দল .....।।

আমি অসমীয়া ডেকা দল,
আমাৰ সবল-সুঠাম শৰীৰতে,
সাত ঐৰাৱতৰ বল ।
শঙ্কৰ-মাধৱে, আমাক শিকোৱা,
কিৰাত-কছাৰী-মিলি এক হোৱা,
প্ৰাণত প্ৰেমৰে ধল ।।

কৰ্ম্মবীৰ, দেশভক্ত, লোকপ্ৰিয়,
পদ্ম-লক্ষ্মী-বিষ্ণু-জ্যোতি-কৃষ্ণকান্ত,
মনি-পিয়লী-কুশল-মোজ্জামিল,
অনিল, আমালৈ চানেকি হ'ল ।।

সংঘাতে ভৰা জীৱনৰ নদী,
সাঁতুৰি সাহেৰে আনিম প্ৰগতি,
গঢ়িম এখনি, সোণৰ অসম,
শান্তি-প্ৰীতিৰ দেশ-অনুপম,
আমাৰ গতিৰ য'তি নাই নাই —
নেপালে আমাৰ কাম্য ফল ।।



## গীত

( বৃন্দগীত, ধৰিত্ৰী প্ৰীতিৰ )

### ।। আমি অমৃত-সন্তান ....... ।।

আমি অমৃত-সন্তান !
অজ্ঞানতাৰ আন্ধাৰ বিনাশি –
জ্ঞান সন্ধানী, পোহৰ বাটেৰে –
কৰোঁ আমি অভিযান ।।

হিংসা- খিয়ালেৰে আৱৰা পৃথিৱী,
দূৰ কৰি আঁকো, প্ৰেমময় ছবি,
প্ৰগতি পথৰ, বাধা আঁতৰাই –
আহা হওঁ আগুৱান ।।

বিশাল আকাশে,
দিয়ে উদাৰতা,
গিৰি হিমাচলে –
সবল দৃঢ়তা,
আমি আনিম, প্ৰীতিৰ বান ।
আমাৰ জ্ঞানৰ
বিমল জ্যোতিৰে
ধৰণী হ'ব মহান ।।

# গীত

(স্বদেশপ্ৰেমমূলক বৃন্দগীত )

## ।। আমি আঁতৰ কৰোঁ ......... ।।

আমি আঁতৰ কৰোঁ,
হিংসা- খিয়াল ।
দেশ-বিদেশৰ সীমা –
প্ৰাচীৰ দেৱাল ।।

মানুহ এটি জাতি,
পৃথিৱী এখন দেশ ।
হয় যদি কেতিয়াবা –
হিংসাৰো হ'ব শেষ ।
ভাত কাপোৰৰ আৰু –
নৈথাকে আকাল ।।

সত্য-অহিংসা-প্ৰেম,
ধৰ্ম্মই শিকায় ।
হিংসাক নিদিওঁ আমি –
অন্তৰত ঠাই ।
প্ৰেম মন্ত্ৰেৰে মন –
কৰিম জীপাল ।।



## গীত

(স্বদেশপ্ৰেমমূলক বৃন্দগীত)

### ।। 'হিৰ্ হিৰ্' শৰদত, সাৰ পাই দেখিলোঁ ... ।।

'হিৰ্ হিৰ্' শৰদত, সাৰ পাই দেখিলোঁ,
মজিয়াত একাঠু পানী ।
ঘৰৰ চালতে, সাপে কিলে বিলাই,
মেটেকাই ধৰিছে ছাটি ।।

ঘৰতে আছিলে, যি লাম-লাকটু,
আন্ধাৰে মুধাৰে, য'তে যিটো পালোঁ,
সকলো বোকোচা-বান্ধি ।
নদীৰ মথাউৰিত, উঠিলোঁহি আহি,
কিনো দিন আহিল ঐ আজি !!

বেজাবৰ-হোৱাংহো, মিচিছিপি হেনো,
সজালে জনতাৰ হাঁহি ।
আমাৰ হে বৰলুইত, কান্দোন হৈ থাকিলে –
বছৰি বান লৈ আহি !
যেন লখিমীৰ দেশতে, শাখিনী সোমালে,
বাজে ঐ বিষাদৰ বাঁহী ।
কোনে ৰক্ষা কৰে আহি !!



# গীত

(শিশুগীত)

## ।। পখিলাটি অ', ফুল কলিটিক ..... ।।

পখিলাটি অ',
ফুল কলিটিক কাণে কাণে --
কিনো কথা ক'লি ?
মোক দেখিনো কিয় বাৰু --
উৰি গুচি গ'লি ??

বুজিলোহে তোৰ কথা, মনে মনে কোৱা !
নহয় জানো ফুল কলি বোৰ --
ফুল একোপাহ হোৱা ?
সুৰভি তই চুমিবলে --
ফুলে ফুলে পৰি ??

তোক যে মই বেয়া পালোঁ,
নাহ মোৰ কাষলে ।
নেথাকাও সদায় ইয়াত --
প্ৰাণভৰি চাবলে !
তোৰ কেৱল প্ৰিয় সখী --
বাসন্তী ফুলনি ??



## গীত

(শিশুগীত)

### ।। অ' পখীটি, অ' সখীটি ..... ।।

অ' পখীটি, অ' সখীটি,
তুমি নিতৌ আহিবা, আহিবা ।
আমাৰ পদূলিৰ, নাহৰ জোপাত,
বাহটি সাজিবা, সাজিবা ।।

তোমাৰ মাতটি, ইমান শুৱলা,
ইমান ধুনীয়া ৰং ।
তোমাক পখীটি, বৰ ভাল পাওঁ –
বিচাৰো তোমাৰ সঙ্গ ।
মোৰে লগতে, মুকলি মনেৰে,
উমলি থাকিবা, থাকিবা ।।

বুজি পাওঁ মই, তোমাৰ মনটি,
তোমাৰ স্বাধীন চিত্ ।
সোণৰ সজাঁতো, সেয়েহে তোমাৰ,
প্ৰাণে কান্দে কাকলিত ।
মই যে তোমাক, নকৰো বন্দী –
পখীটি ! জানিবা জানিবা ।।



## গীত

(শিশুগীত)

### ।। পখীটি অ', মোৰ ওচৰলে আহিবা ..... ।।

পখীটি অ', মোৰ ওচৰলে আহিবা,
আহিবা, আহিবা, আহিবা ।
গীতৰ তালে তালে, ফুলৰ পাহে পাহে,
নাচিবা, নাচিবা, নাচিবা ।।
মোৰে ঐ কাষতে, নাচনী-সাজতে,
সাজিবা, সাজিবা, সাজিবা ।
অকণি ঠোঁটেৰে, ফুলত মৌ-চুমা,
যাচিবা, যাচিবা, যাচিবা ।।
বিষাদী বদনে, বেজাৰ মনেৰে,
নাহিবা, নাহিবা, নাহিবা ।
ফুলৰে কাষতে, মিঠা সুহুৰিটি –
মাৰিবা, মাৰিবা, মাৰিবা ।।
ফুলৰে গীতেৰে, আনন্দ চিতেৰে,
মিলন মোহনীয়া কৰিবা ।
মোৰ ফুলনিতে, মনেৰে-ৰঙেৰে,
মৰমবোৰ বিলাবা, বিলাবা ।।

♣♣♣

## গীত

(শিশুগীত)

।। ক'লীয়া ভোমোৰা, কৰ গুণ্ গুণ্ গুণ্ ...।

ক'লীয়া ভোমোৰা,
কৰ গুণ্ গুণ্ গুণ্ ।
ফুলেৰে তই কথা পাত,
ভুন্ ভুন্ ভুন্ ।।

তই নাহিলে বোলে,
ফুলৰ লাগে ৰোহ ।
তোৰ ক'লীয়া ৰূপ –
ফুলনিৰ মোহ ।
সঁচাকৈ ক-চোন –
তই বাৰু কোন ?।

হয়নেকি বাৰু তই,
ক'লীয়া গোঁসাই ?
বৃন্দাবনৰ কানু –
মুৰুলী বজাই ?
ফুলে ফুলে যাচিছহি –
শাৱণী সপোন ??



# গীত

(শিশুগীত)

## ।। ঘন চিৰিকা, অ' হে'ৰ, কন্‌মানি চৰাই...।।

ঘন চিৰিকা,
অ' হে'ৰ, কন্‌মানি চৰাই !
খোজ কাঢ়িব নেজানি তই --
ফুৰ জঁপিয়াই !!

ঘৰৰ চালৰ, পানী পাচত,
বাহটি তই সাজ ।
জাক-পাতি চোতালতে,
কিনো কথা পাত ?
আমি তইঁতক খুদ্ চাউল --
দিওঁ ছটিয়াই ।।

তইঁত আমাৰ চৰাই নহয়,
খেলৰ লগৰীয়া ।
কেতিয়াবা তইঁতি চোন,
হব' নাইকিয়া ।
তইঁত নহ'লে আমাৰ --
বেয়া লাগে ভাই ।।



## গীত

(শিশুগীত)

### ।। জিলমিল, জিলমিল, অ' তৰা ফুল .... ।।

জিলমিল, জিলমিল,
অ' তৰা ফুল ।
কোন ভোমোৰাৰ বাবে –
ইমান আকুল !!

পৃথিৱীৰ ফুলনিত,
পখিলা ভোমোৰা,
মৌ-মাখি গুণ্ গুণ্,
ফুলে ফুলে উৰা,
আছেনে তোমাৰো এনে –
প্ৰিয় সমতুল !!

নাই যদি আকাশত,
ৰূপৰ পূজাৰী,
নামি আহা পৃথিৱীলে,
মাতিছোঁ আদৰি ।
তোমাৰ সঙ্গৰ বাবে –
আমি যে বিয়াকুল ।।



# গীত

(শিশুগীত)

## ।। আমাৰ ককা মৰমীয়াল ........ ।।

আমাৰ ককা মৰমিয়াল,
নিতৌ সাধু কয় ।
খেল ধেমালিত, আমাৰ লগৰ,
লগৰীয়া হয় ।।

আমাক কাহিনী শুনায়,
তাহানিৰ দিনৰ ।
উভৈনদী আছিল কিমান,
মাছ, গাখীৰৰ ।
সেই দিনবোৰ, কিমান আছিল –
জয়-জয়, ময়-ময় ।।

লিখা পঢ়া নেজানিলেও,
কীৰ্ত্তন ঘোষাৰ পদ,
সুৰীয়াকৈ গাই শুনায়, আমাৰ আগত ।
পুথা-গধুলি পঢ়া শুনাৰ, আমাৰ খবৰ লয় ।
ভাল পালেও, ককালৈ চোন –
লাগেও আমাৰ ভয় ।।



## গীত

(শিশুগীত)

### ।। জহ-কালি পাটি পাবি, ........।।

জহ-কালি পাটি পাবি,
আমি চোতালত,
উচ্‌পিচাই বৈ থাকোঁ —
সন্ধিয়া পৰত ।

আইতা আহে, শেষ হ'লে,
তামোল খনি খোৱা ।
কয় তাহানিৰ কাহিনীবোৰ,
মন-প্ৰাণ জুৰুৱা —
নাতিৰে আগত ।।

আইতাই সূঁতা কাটিছিল, এড়ি মুগা পাত ।
জুৰিয়া মাকোটি মাৰি, কিমান ব'লে তাঁত ।
কয় কাহিনী কই-তুলি, লখিমী চপোৱা ।
আজিকালি সেই কথাবোৰ, সাধু সাধু হোৱা
আজি আইতাই দেখে ইবোৰ —
যেন সপোনত ।
আৰু মনৰ দাপোণত ।।



## গীত

( বৃন্দগীত, শিশুৰ )

### ।। অকণি এধানি আমি, অকণ অকণি .... ।।

অকণি এধানি আমি,
অকণ অকণি ।
এডাল সূঁতাৰে গাঁথা,
মুকুতাৰ মণি ।।

লগৰীয়াৰ স'তে আমি,
খেলা ধূলা কৰোঁ ।
পুৱা গধূলি নিতে,
সজপুথি পঢ়োঁ ।
সকলোটি মিলিজুলি,
আমি ভাই-ভনী ।।

নকৰোঁ ডাঙৰে আমি,
বাধা দিয়া কাম ।
পিতা, মাতা, গুৰু লৈ –
জনাওঁ প্ৰণাম ।
অভিন্ন সমাজ গঢ়োঁ –
নাই সুখী-দুখী ।।



## গীত

(বিচিত্ৰ, গীত সন্ধানী )

### ।। আদিতে মানুহে, প্ৰকৃতিৰ বুকুতে ..... ।।

আদিতে মানুহে, প্ৰকৃতিৰ বুকুতে,
গীতৰ সন্ধান পালে ।
কুলি কেতেকীৰ, সুৰীয়া মাতত,
জুৰি নিজৰাৰ, মৃদু কল্লোলত,
হৃদয়ত থকা, গীতি-চেতনাই –
যেন চকু মেলি চালে ।।

জিলিৰ মাতৰ, গুহাৰ মুখৰ,
আগলি বাঁহৰ, সুৰৰ লহৰ,
বতাহ ব'লিলে হোৱা –
সুদূৰত মৰা, মেঘৰ গাজনি,
দিলে সবে মিলি, বাদ্যৰ ধ্বনি,
প্ৰকৃতিৰ বুকুতে পোৱা –
গীতত ৰজিতা খালে ।।

কালৰ সোঁতত, উন্নত ৰূপত,
নিগৰিত হ'ল, মানৱ কণ্ঠত –
সঙ্গীতৰ তালে তালে ।।

♣♣♣

## গীত

(বিচিত্ৰ)

## ।। মুক্ত, স্বাধীনভাৱে জীয়াই থকাৰ ..... ।।

মুক্ত, স্বাধীনভাৱে --
জীয়াই থকাৰ,
সকলো 'প্ৰাণী'ৰে আছে --
পূৰ্ণ অধিকাৰ ।।

যেতিয়া হৰণ হয়,
এই স্বাধীনতা,
'প্ৰাণী' বোৰে হেৰুৱাই--
জীৱন- মমতা ।
মুক্তি লাভৰ আহে,
ক্ষণ সংগ্ৰামৰ ।।

প্ৰকৃতিৰ এই সত্য,
আকৌ এবাৰ --
শুনাই 'তিলকে',
হৃদয়ৰ সমাচাৰ ।
পিঞ্জৰাত বন্দী হৈ, 'প্ৰাণী'য়ে কি ভাবে বাৰু,
আমাৰ 'প্ৰমোদ বন'(?), চিৰিয়াখানাৰ !!



## গীত

(বিচিত্ৰ)

### ।। আজি মহাত্মা মোহন দাসৰ........ ।।

আজি, মহাত্মা মোহন দাসৰ,
'ৰাষ্ট্ৰ পিতা' আই ভাৰতৰ,
সকলোৰে 'বাপু' গান্ধীজীৰ,
**দুই অক্টোবৰ** জনম দিন।।

আজি বিশ্বৰ, মহাসঙ্ঘৰ,
**'অহিংসা দিৱস'** উদ্‌যাপনৰ –
শান্তিকামী জন মানসৰ,
কাম্য শান্তি আৱাহনৰ,
হৃদয়ে হৃদয়ে আল্পনা অঁকা –
এই দিন আজি শুভক্ষণ ।।

বাপুৰ বাণী, বিশ্ববাসীয়ে,
যদি মনে প্ৰাণে মানে,
দেশে দেশে, শান্তিৰে থাকি –
দেশৰ প্ৰগতি আনে,
বাপুৰ আশাৰ 'ভাৰতে-জগতে' –
প্ৰেম মৈত্ৰীৰো আৱাহন ।।

♣♣♣

## গীত

## (বিচিত্ৰ)

### ।। 'গামোছা' এখনি, কাপোৰ অকণমানি... ।।

'গামোছা' এখনি, কাপোৰ অকণমানি,
ভাবিযেন নকৰোঁ ভুল ।
গামোছা এখনি, হেঁপাহেৰে বোৱা,
দীঘে-বাণিয়ে, মৰম বই থোৱা,
ফুলতে মায়াৰে ডোল ।।

ব'হাগৰ বিহুতে, গামোছা নহ'লে,
নিজ হাতে বোৱা, বিহুৱান নিদিলে,
হয় ঐ, ৰঙালী উকা ।
কেতেকী কপৌফুল, কুলিৰো কাকলি,
চোতালত হুঁচৰিৰ উদুলি মুদুলি,
প্ৰাণহীন যেন, ঢোল পেঁপা গগণা –
হেৰাই যেন, বিহুৰে বোল !!

শ্ৰদ্ধা ভক্তিৰে, আদৰণি যচা,
আমাৰে গামোছা খনি,
সৰু কাপোৰ বুলি, আদৰ নকৰিলে,
দিবা কি, বিহুৱান বুলি ? – হেৰাব আপোনাৰ কুল !!



গীত

(বিচিত্র)

## ।। বছৰি এবাৰ ফুলি, কৃষ্ণচূড়াই ......।।

বছৰি এবাৰ ফুলি, কৃষ্ণচূড়াই –
নতুন পুৰুষক, স্বাগত জনায় ।
কৃষ্ণচূড়াৰ দৰে জক্‌মকাই,
যেন, জ্ঞান জোনাকেৰে দেশ –
যাওক পোহৰাই ।।

নতুন পুৰুষৰ, 'জ্ঞানৰ দীপালীয়ে',
নাশক তমসা যেন, প্ৰাগজ্যোতিষৰে,
যাওক 'লুইতৰে পাৰ, জিলিকাই',
কৃষ্ণচূড়াই ফুলি –
তাকে সোঁৱৰাই ।।

এই আশা অসমৰ, জন মানসৰ,
'প্ৰগতিৰ গতি খেদা', ন-পুৰুষৰ,
নহওক নাটনি যেন 'ধনৰ-মনৰ',
জ্ঞান পোহৰৰ, 'মূল বস্তি' ধাৰকৰ –
কৃষ্ণচূড়াই বিশ্ববিদ্যালয়ৰ –
সদায়েই যাওক যেন তাকে সকীয়াই !!

♣♣♣

গীত

(বিচিত্ৰ)

## ।। জনমৰ গাঁও খনি, সোঁৱৰো সদায় ......।।

জনমৰ গাঁও খনি,
সোঁৱৰো সদায় ।
বান্ধি ৰাখিছে মন,
অনামী মায়াই ।।
শৈশৱৰ সুমধুৰ,
মিঠা মিঠা স্মৃতিবোৰ,
বয়সে নিদিয়ে চোন –
সেয়া পাহৰাই ।।
সেই গাঁৱলৈ বহুদিন,
যোৱা হোৱা নাই ।
লগৰীয়া বহুজনে –
মাগিছে 'বিদায়' ।।
নতুন জনৰ সতে, পৰিচয় নাই ।
সেই গাঁৱৰ সোঁৱৰণে,
কিয় জানো মনে মনে,
বিষাদেৰে মন মোৰ, দিয়ে কন্দুৱাই !!

♣♣♣

## গীত

(বিচিত্ৰ)

### ।। আমি জনম লোৱা ......... ।।

আমি জনম লোৱা,
ডাঙৰ দীঘল হোৱা,
গাঁৱৰে হে'ৰালে ছবি ।
ৰঙালীৰ হুঁচৰি,
ভোগালীৰে মেজি,
কঙালীৰো বন্তি গ'ছি ।।

ছকুৰি ঘৰীয়া,
বৰনাম ঘৰটিও,
হেনো, কেইবাভাগো হ'ল ।
কোনো, 'মাহেকীয়া',
'এঘাৰ দিনীয়া' –
ৰাইজৰ ভাঙিলে বল –
ঐক্যৰ এনাজৰী ছিঙি ।।

সামাজিক নীতিতো, সোমাল ৰাজনীতি,
ভেদৰ বিহ গুটি সিঁচি –
যেন, য'তি প্ৰগতিৰে গতি ।।

♣♣♣

## গীত

(বিচিত্ৰ)

### ।। ভলুকা বাঁহৰ গাজ, অ' তই ........ ।।

ভলুকা বাঁহৰ গাজ --
অ' তই, ভলুকাৰে গাজ ।
ওখ হৈ গৈ, নোৱাৰিবি --
চুবগৈ আকাশ !!

তোৰ শতৰু, কাউৰী বোৰ,
বাঁহৰ আগত পৰি,
ৰ'মলিয়াই বহি ল'ব,
আগটো বেঁকা কৰি,
নোৱাৰ তই ওখ হ'ব --
পূৰাই অভিলাষ ।।

তইয়ে নহয়, মানুহেও --
বহুত আশা কৰে,
জীৱন বাটৰ, খলা-বমাই --
বাধাৰ প্ৰাচীৰ সাজে,
এই পৃথিৱীৰ কাৰো নহ'য় --
সম্পূৰ্ণ বিকাশ ।।

***

গীত

(বিচিত্ৰ)

।। অ' আই ! কিনি দে ঐ, ......... ।।

অ' আই ! কিনি দে ঐ, এটি পাউৰুটি,
লাগিছে মোৰ ভোক !
নেলাগে বেলুন মোক –
নেলাগে বন্দুক !!

ভঙা ছিঙা পেলনীয়া, বস্তু বুটলি,
বিক্ৰী কৰি মহাজনক, যি পইচা পালি –
নিকিনিবি বেলুন তাৰে, হাততে ফুটিব,
পুতলা বন্দুকে মোৰ, মনতহে দুখ দিব,
পাৰিলে কিনিবি আৰু, এটা বনিয়ন –
আমাৰ কাৰণে পূজা, নহয় উছৱ ।।

আইৰ দুটি চকুৰেদি, পানী নিজৰিলে,
পুতাইৰ মনৰ কথা, মাকে বুজি পালে,
পূজাত বেলুন কিনা, পুতলা বন্দুক দিয়া,
এনেকুৱা আশাবোৰ, মাথোঁ অমূলক ।
পেটিত ভোকৰ ভাত, এখনি কাপোৰ গাত,
উছৱৰ 'উপহাৰ', দিব পুতেকক ।।

♣♣♣

## গীত

### (বিচিত্র)

### ।। হে সমুদ্র, হে ছুনামি .......... ।।

হে সমুদ্র, হে ছুনামি --
কি যে তোমাৰ ধ্বংস লীলা !
তুমি মনে মনে আহি, জীৱন সংহাৰি,
অখ্যাতিহে ৰাখিলা !!

তোমাৰ পাৰৰ, ৰূপালী বালিৰ,
পুৱাৰ পথিক, দেশ বিদেশৰ,
অৰুণোদয়ত তোমাৰ ৰূপৰ,
মোহনীয়া ৰূপ চোৱা !
কত খেলৰত, পুৱাৰ বেলাৰ,
আৱাসী অনেক, তোমাৰ পাৰৰ,
উটুৱাই নিলা, তোমাৰ বুকুলে,
চলাই ধ্বংস লীলা ।।

ভাল পায় তোমাক, ইয়েই অপৰাধ,
তুমি, অহাৰ জাননী নিদিয়া !
তোমাৰ ৰূপৰ প্ৰয়াসী জনক, টাঁহি-মুহি ধুই নিয়া !
তুমি অহাৰ আগলি বতৰা, বিজ্ঞানে দিব এতিয়া !!



## গীত

(বিচিত্ৰ)

### ।। কেতিয়ানো হ'ব ভেদ, এটি ৰহস্যৰ...।।

কেতিয়ানো হ'ব ভেদ, এটি ৰহস্যৰ !
যি কথা কোৱা হয় –
সেয়া জানো সঁচাকৈ –
হৃদয়ৰো হৃদয়ৰ, মনৰ খবৰ !!

মানুহে মানুহক কথাৰে ছলনা কৰে
মানুহৰ জনমৰ আদিম ক্ষণৰ পৰা,
সভ্যতাৰ বিকাশৰ চৰম ক্ষণতো এয়া,
কপটতা লুকুৱাই চেনেহৰ আলিঙ্গন –
নকয় নকয় সঁচা খবৰ মনৰ !!

তাৰে পৰিণতি কত, মানৱীয় সভ্যতাৰ,
ধ্বংসৰ স্তূপতো পুনু, নতুনৰ সমাচাৰ,
প্ৰেম প্ৰীতি চেনেহৰ, জগত খনিত নিতে,
হতাশা নিৰাশা ভোগা,
জীৱনৰো সামৰণি –
ছলনাৰ বলি হোৱা, মিছা মৰমৰ –
সঁচা মৰম বুলি, মিছা হৃদয়ৰ !!



গীত

(বিচিত্ৰ)

## ।। কোনে ক'ত কেতিয়ানো.....।।

কোনে ক'ত কেতিয়ানো
মুৰুলী বজাই,
আনে নুবুজিলেও এয়া --
বুজে বুজোতাই ।।

হৃদয়ৰ আৱাহন
প্ৰতিটি কম্পন --
কাৰোবাৰ শুনি ধ্বনি
নাচে তন মন ।
ক'ৰ পৰা সুৰ ভাঁহে
তেওঁ বুজি পায় ।।

যমুনা ইপাৰে এয়া --
কানুৰ মুৰুলীৰ সুৰ,
সিপাৰৰে ৰাধিকাৰে
কপেঁ হিয়া দূৰো দূৰ,
ৰাধাই নেমানি বাধা --
যমুনা তীৰলে যায় ।।

♣♣♣

গীত

(বিচিত্র)

## ।। কিনো কৰ হেৰ', 'আহিনা' 'আঘোণা'... ।।

কিনো কৰ হেৰ', 'আহিনা', আঘোণা',
কিয় তোৰ দুচকু মুদা !
আহিনৰ-আঘোণৰ, সেউজী-সোণালী,
পথাৰ বোৰ বালিৰে পোতা !!

ধৰ্ ধৰ্ শতবলক, পলাব নিদিবি,
খোল্ খোল্ সিহঁতৰ মুখা ।
'সাপ হৈও খোটে, বেজ হৈও জাৰে',
সিহঁত 'প্ৰাণী' দুমুখীয়া !
বান ৰোধিবলে, ধন হোৰাহোৰে,
ভঙা কথা জানো সঁচা ??

উঠ্ উঠ্ তহঁতি, আৰু চোন নুশুবি,
আহিনা আঘোণাহঁত ।
মাৰ্ বান্ধি থিয় হ,
বানপানীৰ কথা ক,
সাহেৰে 'ৰজা-ঘৰত' –
নহ'লে জীৱন ঐ বৃথা !!

***

# গীত

(বিচিত্ৰ/প্ৰকৃতি প্ৰীতি)

## ।। অ' ব'হাগী, ৰূপৱতী .... ।।

অ' ব'হাগী, ৰূপৱতী --
তোৰ তুলনা নাই,
তই আহিলে নাহৰ তগৰ --
ফুলে যুতি-জাঁই ।।

শীতৰ ৰিঙা বননি খন,
কুঁহিপাতেৰে ভৰে ,
কুলি-কেতেকীৰ মিঠা মাতে,
মন উতলা কৰে ।
তই, মন-বননিত আশাৰ ফাকু --
যাঁৱ ছ'টিয়াই ।।

অসমীয়াৰ বাবে হেনো,
তই 'আয়ুস ৰেখা' ,
বিহুনাচৰ গীতৰ সুৰৰ,
আমাৰ জীৱন-লেখা ।
সেই কাৰণে, তই অহালৈ --
থাকো বাটচাই ।।



# গীত

(বিচিত্ৰ/প্ৰকৃতি প্ৰীতি)

## ।। অ’ ঋতুৰ ফল, বতৰৰে ফল ...... ।।

অ’ ঋতুৰ ফল, বতৰৰে ফল,
ভিন্ন ঋতুৰ ফলমূলে –
বঢ়ায় আমাৰ বল ।।

পকা জামু, আম, কঠাল, লেতেকু, হেলচ্,
মধুৰীআম, পকা অমিতা, ৰসাল আনাৰচ্,
পনিয়ল পিটিকি খাই বঢ়াওঁ আমাৰ বল ।।

তিয়ঁহ-চিৰাল নহয় আমাৰ,
কেৱল জিভাৰ জুতি ।
বতৰৰে ফলত আছে –
জীৱনী-শকতি ।
আমি, খাই বঢ়াওঁ বল ।।

নাৰিকল আপেল মিঠা, আঙুৰ কোমল ,
বৰত মণি, বৰজাহাজী, মালভোগ, সোন্দাকল,
আৰু যে কত কিমান আছে,
ছয় ঋতুৰ ফল
দিয়ে আমাক, সকলোৰে সতেজ জীৱন, বল ।।



## গীত

(বিচিত্ৰ/প্ৰকৃতি প্ৰীতি)

### ।। আহিন আহিলে, শৰতে হাঁহিলে .... ।।

আহিন আহিলে, শৰতে হাঁহিলে,
ডাৱৰ আঁতৰি গ'ল ।
দুবৰি বনত, নিয়ৰ-কণিকা,
মুকুতাৰ মণি হ'ল ।।

তৰাভৰা সৌৰা, সন্ধিয়া আকাশে –
নদীত দাপোণ চালে ।
এটি ফৰকাল, নিটোল আবেশ,
মোহনীয়া চৌদিশে ।
ফটিকৰ ধাৰ, হ'ল সৌৰাচোন –
বৰষাৰ ঘোলা জল ।।

আকাশত সৌৰা, মন-জুৰণীয়া,
কপাহী-মেঘৰ-মায়া ।
লুইতৰ যেন, পাৰে পাৰে তাৰে --
কহঁৰা বনৰ ছাঁয়া ।
মাটিয়ে আকাশে, শৰতৰ ৰূপ –
জল্ মল্, জল্ মল্ ।।

♣♣♣

## গীত

(বিচিত্ৰ/প্ৰকৃতি প্ৰীতি)

### ।। শৰতৰে নীলা আকাশ ...... ।।

শৰতৰে নীলা আকাশ,
শুকুলা শেৱালি সুবাস,
পথাৰ ভৰা, সেউজী-শোভা –
কিযে মোহনীয়া !!

শকতি ৰূপিনী দেৱীৰ,
পূজা শৰততে ।
অসুৰ নাশি শান্তি থপাৰ –
প্ৰয়াস মৰততে ।
নিয়ৰ সৰা, পূজাৰ বতৰ,
ইমান ধুনীয়া !!

আই, তুমি অত্যাচাৰী,
অসুৰ নাশিলা,
দুষ্টক দমন কৰি, শান্তি আনিলা ।
মানৱ মনৰ, অসুৰ নাশৰ, আই শক্তি দিয়া,
আমাৰ পৃথিৱীখনি –
হওঁক বিনন্দীয়া ।।



## গীত

(বিচিত্ৰ/প্ৰকৃতি প্ৰীতি)

## ।। পথাৰ ভৰাই ইমান সেউজ.......।।

পথাৰ ভৰাই ইমান সেউজ,
কোনেনো সানিলে ?
ক'লা মেঘৰ আকাশ কোনে,
নীলাৰে বোলালে ??

নদ-নদী, জান-জুৰি,
যেন ফটিকৰ ধাৰ।
কহুঁৱা ফুলৰ শোভা,
লুইতৰ দুয়োপাৰ ।
যমুনা-বালিত বাঁহী, কানুৱে বজালে,
চৌপাশ ধুনীয়াকৈ শৰতে সজালে ।।

সুবাসি শেৱালি ফুল,
ফুলে পদূলিতে ।
নিয়ৰ মুকুতা জ্বলে --
দুবৰি বনতে ।
জোনৰ ৰূপালী-বানে, ধৰিত্ৰী ধৌৱালে ।
কতনো ৰূপৰ ছবি, শৰতে আঁকিলে !!



## গীত

(বিচিত্ৰ/প্ৰকৃতি প্ৰীতি)

### ।। সেউজৰ পয়োভৰ, শাৰদী ঠিকনা .... ।।

সেউজৰ পয়োভৰ,
শাৰদী ঠিকনা।
পুৰা দুৱৰিত জ্বলে –
নিয়ৰৰ কণা।।

পানীত নিজৰ মুখ,
যেন দাপোণত।
তিৰ্ বিৰ্ তৰা ফুলে,
নীল আকাশত।
আয়োজন ভক্তি ভৰা –
শক্তিৰ অৰ্চনা।।

আশাৰ ভাষাৰ ৰূপ,
সেউজী পথাৰ।
ফৰকাল নিকা মন,
শাৰদী-মায়াৰ।
অজানিতে আঁকা হয়, স্বাগত আল্পনা –
মন-গহনতো এয়া, শাৰদী ঠিকনা।।



# গীত

(বিচিত্ৰ/প্ৰকৃতি প্ৰীতি)

## ।। পুৱাৰ সূৰুযৰ, সোণ সনা আকাশৰ..... ।।

পুৱাৰ সূৰুযৰ, সোণ-সনা আকাশৰ,
আজি অনেকদিন, শোভা দেখা নাই ।
পশ্চিমৰ আকাশত, বেলি পাতত বহা –
ৰাঙ্গনী ৰ'দৰ ৰূপ, মন পৰশাই ।।

শৰতৰ জোনালীয়ে, ৰূপালী বন্যা অনা,
আহিনৰ সেউজীয়া, ৰূপ পথাৰৰ,
অসীম নীলাৰে ভৰা, অ'ত ত'ত আকাশত –
যেন, কহুঁৱাৰ শোভা, কপাহী-মেঘৰ,
মই দেখা পোৱা নাই, আজি অনেক দিন –
চোৱা মোৰ, হোৱা নাই, হেঁপাহ পলুৱাই ।।

ফাগুনৰ ৰঙা ৰঙা, শিমলু মদাৰ বোৰ
ফুলেৰে উপচি পৰা, কাঞ্চন পলাশ,
ধাননি পথাৰ বোৰ, চাদৰ দলিচা যেন –
মাজে মাজে বতাহত, নচা লয়লাস,
আজি এই ছবি বোৰ, মোৰ দূৰ, বহু দূৰ --
সোঁৱৰণী বেদনাই, প্ৰাণ কন্দুৱায় ।।

♣♣♣

## গীত

(বিচিত্ৰ/প্ৰকৃতি প্ৰীতি)

### ।। সেউজীয়া পথাৰত, সন্ধিয়া পৰত.... ।।

সেউজীয়া পথাৰত, সন্ধিয়া পৰত,
আলিৰ দাঁতিত আৰু, পদূলিৰ মূৰত,
জ্বলাই বন্তি গ'ছি, তুলসী তলত,
আৰু ঘৰে ঘৰে, ভড়ালৰ দুৱাৰ মুখত ।।

অসমৰ তিনি বিহু,
আজি কঙালীৰ,
আহিন-কাতিৰ আজি,
দিন সংক্ৰান্তিত,
লখিমীৰ আৱাহন,
আজি অসমত ।।

নতুন তুলসী পুলি, ভেটি এটি সাজি,
ৰোৱে পৱিত্ৰ মনে, লখিমী আদৰি,
ল'ৰাহঁতে নামধৰে –
'তুলসীৰ তলে, মৃগ পহু চৰে,
তাকে দেখি ৰামচন্দ্ৰই, ধনু শৰ ধৰে',
লখিমীৰ আগমন, শৰত কালত ।।

♣♣♣

# গীত

(বিচিত্র/প্রকৃতি প্রীতি)

## ।। ভাল পাওঁ মই আপোন সৃজন ....।।

ভাল পাওঁ মই আপোন সৃজন,
আপোন মনেৰে লিখোঁ ।
নিবিড় পৰত, মন দাপোণত,
কল্পিত ৰূপ দেখোঁ ।

আপচু হ'লেও, লোকৰ মানত,
নাই খেদ্ লেশমান ।
মোৰ বাবে সেয়া, সাদৰী পুতলা,
সেয়া মোৰে সন্তান ।
নহ'লেও ৰূপ একো ।।

এই ধাৰণা, সৃষ্টিৰ প্রেৰণা,
চলি আছে চিৰকাল !
যেন সেইবাবে, কুঁহিপাতে ভৰে –
বুঢ়া এজাৰৰো ডাল !
নৱ সৃষ্টিৰে –
এই বতৰাকে –
গীতেৰে প্রকাশ কৰোঁ; গীতেৰে প্রকাশ কৰোঁ ।।



# গীত

(বিচিত্র/প্রকৃতি প্রীতি)

## ।। ছয়-ঋতুৰে এটি বছৰ .......।।

ছয়-ঋতুৰে এটি বছৰ,
যেনেকৈ হয় জীৱন্ত ।
শীত-শৰত অনেক ঋতুৰে,
মানৱ জীৱনো শ্রীমন্ত ।।

অনেক জীৱনে, বুজিব নোৱাৰে,
বিচিত্র এই জীৱন ঋতু !
জীৱন নাটৰ খৰমান গায়,
বুজি নোপোৱাকে একো ।
এনে জীৱনত, নাই একো নাই,
যেন, শূন্যতাৰে ভৰা দিগন্ত ।।

চিৰ সুন্দৰে, সোণ-তুলিকাৰে,
সজালে আমাক, কৰি মহান ।
গোৱা আজীৱন, ভিন্ন ৰাগেৰে –
চিৰ সুন্দৰৰ, মধুৰ গান ।
আমি অমৃতপুত্র মৃত্যুঞ্জয়ী –
আমি ঋতুৰাজ বসন্ত ।।



গীত

(বিচিত্ৰ)

## ।। আশা-সাগৰৰ, এখনি বুকুত .....।।

আশা-সাগৰৰ, এখনি বুকুত,
মই যে মেলিলোঁ নাওঁ ।
নেজানো কেতিয়া, কিমান পৰত --
কামনাৰ পাৰ পাওঁ !!

হেজাৰ ধুমুহা, জোৱাৰৰ ঢৌ –
যাত্ৰা পথৰ বাধা ।
অসীম সাহেৰে, সমুখ হ'বলে,
নাই যে অকণো দ্বিধা ।
কামনা সফল, ছবি আঁকি আঁকি –
মই নিতে নাও বাওঁ ।।

পাৰ নেপালেও, দুখ নাই মোৰ,
হৃদয় আশাৰে ভৰা ।
আশা আছে বাবে, ধৰণী ধুনীয়া,
ৰূপে-ৰসে মনোহৰা ।
সলিল সমাধি-ভয়কো নেওঁচি –
সেয়ে আগলৈ যাওঁ ।।



## গীত

(বিচিত্ৰ)

### ।। ইমান ধুনীয়া, সুনীল আকাশ ... ।।

ইমান ধুনীয়া,
সুনীল আকাশ –
তৰা-ফুলে ভৰি থকা ।
বৰ ভাল লাগে,
পুৱাৰ বেলিটি –
সোণ বৰণেৰে আঁকা ।।

ইমান মধুৰ,
শিশুৰ ওঁঠৰ,
সৰল হাঁহিৰ ৰেখা ।
কওঁ-কি-নকওঁ, মৌ-সনা কথা –
নিয়ৰৰ দৰে নিকা ।।

হ'বনে সকলো,
মানৱ হৃদয় –
মৰমেৰে ফুল বছা !
চিৰ পৰিচিত, ধৰাৰ বুকুতে –
সুখৰ সৰগ ৰচা !!



গীত

(বিচিত্ৰ)

## ।। সীমাৰ মাজতে, অসীম ধিয়াই ....।।

সীমাৰ মাজতে, অসীম ধিয়াই –
সবে আগবাঢ়ি যায় ।
সীমাৰ সিপাৰে, কি আছে সবাৰে,
কোনেও নেজানে হায় !!

নেদেখা জনৰ, পূজা আৰতিৰে,
প্ৰণতিৰ গীতি গাই ।
সদায় যাচিছোঁ, ভকতিৰ নতি,
যদিওবা দেখা নাই ।।

অসীমৰ পৰা, ঘূৰি অহাজন,
পাম বুলি বাট চাই ।
দূৰ অতীতৰ পৰা, আজিলকে --
পালে জানো কোনোবাই !!

তথাপিও জানো, এই আয়োজন,
প্ৰয়োজন হোৱা নাই ।
চিৰকাল আমি, এই কামনাৰে --
যাম মাথোঁ আগুৱাই ।।



গীত

(বিচিত্ৰ)

## ।। 'সমলয়' অনেকৰ, স্বাক্ষৰ 'একৰ' .....।।

'সমলয়' অনেকৰ, স্বাক্ষৰ 'একৰ' –
মিলনৰ মধুৰ প্ৰয়াস ।
সীমাহীন শূণ্যতাৰে, ৰূপ মনোহৰা,
নীলিমাৰ এখনি আকাশ ।।

সঙ্কৰৰ বাখৰেৰে, যতনে গঢ়োৱা,
ই যে এধাৰি মণিহাৰ ।
অকণি এধানি বহু,
মন আৰু মনীষাৰ –
'যতি' নাশি 'গতি'ৰ প্ৰসাৰ ।
তমসা বিনাশি এয়া,
পোহৰৰ অভিযান –
সুন্দৰৰ এধানি আভাস ।।

অনৈক্যৰ মৰুভূত,
ঐক্যৰ বন্যা অনা –
'সমলয়' প্ৰাণৰ প্ৰয়াস ।
শান্তিৰ, মৈত্ৰীৰ, প্ৰগতিৰ অনুৰূপী –
'সমলয়' প্ৰেমৰ প্ৰকাশ ।।

♣♣♣

## গীত

## (বিচিত্ৰ)

### ।। অ' সময় ! তুমি কিয় বাৰু....... ।।

অ' সময় ! তুমি কিয় বাৰু,
ইমান নিষ্ঠুৰ হ'লা !
দেহে মনে মোৰ, অত অৱসাদ --
কিয় বাৰু আনি দিলা !!

বাল্যকালৰ, সোণবৰণীয়া –
নাচি-বাগি ফুৰা দিন,
যৌৱন ভৰা, দেহ মন ৰূপ,
হ'ল তোমাতেই লীন,
কিয় বাৰু তুমি, দি সকলোটি --
লাহে লাহে কাঢ়ি নিলা !!

জীৱ জগতলে, আনি দিছা তুমি,
এই নিকৰুণ সত্য ।
তাৰ মাজতেই, জীৱনে বিচাৰে,
ভেদিব নোৱাৰা অৰ্থ ।
হে মহাকাল ! জীৱনৰ স'তে –
কিয় কৰা এনে খেলা !!



গীত

(বিচিত্ৰ)

## ।। অ' সময়! তুমিয়েই এদিন .... ।।

অ' সময় !

তুমিয়েই এদিন, জীৱনৰ পুৱা,
হ'বায়ে এদিন, জীৱন সন্ধিয়া,
তুমি মোৰ সহচৰ !!

কিমান আপোন, চিনাকি মুখত,
সানিছা অচিন বোল ।
নিচেই আপোন, চিনাকি জনকো –
কৰিছোঁ সততে ভুল ।
কত অচিনাকি, হৈছে চিনাকি,
আপোন হৈছে পৰ !!

তোমাৰ কৃপাতে, কতজনে আক' –
মৰণ কৰিছে জয় ।
ৰাখি যায় খোজ, সময় বালিত,
অমৰ যাত্ৰী হৈ ।
কিনো পৰিচয়, সঁচাকৈ তোমাৰ,
তুমি, দয়ালু নে নিষ্ঠুৰ !!

♣♣♣

## গীত

(বিচিত্ৰ)

## ।। কিবা 'আছে' কিবা 'নাই' ..... ।।

কিবা 'আছে' কিবা 'নাই',
আছে আৰু নাই ।
তাৰ মাজতে আমি --
আছোঁ যে জীয়াই !!

ভোক আছে ভাত নাই,
ভাত আছে ভোক নাই,
এই ৰীতি প্ৰগতিৰ --
বাধা যে সদায় !!

ধন আছে মন নাই,
মন আছে ধন নাই,
আমিয়েই কৰিম 'আছে',
'নাই' আঁতৰায় !!

হ'বই লাগিব 'নাই' ৰ,
এদিন বিদায় ।
প্ৰাণ পৰশিলে --
সমতাৰ চেতনাই !!

♣♣♣

## গীত

### (বিচিত্ৰ)

### ।। অ' ভাইটি, অ' ভন্টী ....... ।।

অ' ভাইটি, অ' ভন্টী,
মৌ বৰষা মাত,
হাঁহিলে জিলিকি পৰে,
ডালিম-গুটি দাঁত ।।

জোন-পুৰ-পুৰ, মুখবোৰৰ,
পলাশ-গোলাপ ৰং ।
ঘনে হাঁহ, ঘনে কান্দ,
ঘনে কৰ খং ।
মান অভিমান, দেখি শুনি –
হৃদয় পৰে শাঁত ।।

অতীতলৈ মনত পৰে,
তহঁতৰ লগ পাই ।
বয়সীয়াৰ জীৱন বোৰত,
সেই ৰংবোৰ নাই ।
সৰগৰে জ্যোতিকণা –
তহঁতি ধৰাত ।।



গীত

(বিচিত্ৰ)

## ।। 'বিবাহ' শব্দত আছে মধু শিহৰণ ......।।

'বিবাহ' শব্দত আছে,
মধু শিহৰণ ।
দুটি প্ৰাণ, এটি হোৱা,
এটি শুভক্ষণ ।।

নতুন সপোন আনে,
কাম্য মিলনৰ গানে,
দুটি মন, দুটি প্ৰাণ,
একতে মগন ।।

কত ৰীতি, দেশে দেশে –
এই বিবাহৰ,
ধৰমৰ নিয়মেৰে –
জন সমাজৰ ।
এই ক্ষণ, এটি নৱ –
জীৱন বোধন ।
জীৱনৰ বাবে এয়া,
মধুৰ লগন ।।



# গীত

## (বিচিত্ৰ)

### ।। শ্যামলী আই মোৰ অসমীৰ ...... ।।

শ্যামলী আই মোৰ অসমীৰ,
ঘৰৰে লখিমী বোৱাৰীৰ,
কেনেকৈ বখানো গুণ ।
ঘৰে ঘৰে সেয়া, বন্তিৰে জ্যোতি,
যেন শৰতৰে জোন ।।

কাহিলি পুৱাতে, শোৱাপাটি এৰে,
এলাহ কাটিকৰি, বন-বাৰিত ধৰে,
গা-ধুই উঠি, গুৰুসেৱা কৰে,
চিনিছানে সেয়া কোন ।
তেওঁ, অসমীয়া বোৱাৰী চোন ।।

ৰান্ধনী ঘৰৰে, দেৱী অন্নপূৰ্ণা,
ৰঙালী-ভোগালীৰ, ভোগৰে সঁফুৰা,
তাঁতৰে শালতে, সপোন ফুল বছা,
মাতৃৰ শিকনিত, শাহুৰে বুজনিত,
যেন, চিক্‌মিক্ পতাসোণ ।।

♣♣♣

## গীত

(বিচিত্ৰ)

### ।। ভন্টি সৰুমাই, নতুন ঘৰৰ .... ।।

ভন্টি সৰুমাই --
নতুন ঘৰৰ, নতুন জীৱন,
বেয়া লগা নাই ।।

আই-বোপাই, ভাই-ককাই,
সৰু ভন্টি তোক,
এৰি আহি সকলোটি -
লাগিছে বৰ দুখ ।
নতুন জীৱন, আৰম্ভিছোঁ,
অচিন জীৱন পায় !
এয়া জগতৰে ৰীতি –
নাই যে উপায় !!

মোৰ কাৰণে, অ' ভন্টি –
চিন্তা নকৰিবি ।
ঘৰৰ কুশল-মঙ্গল জনাই,
ঘনাই চিঠি দিবি ।
মই, থাকিম বাটচাই ।।



গীত

(বিচিত্ৰ)

## ।। অ' সখী তৰামাই, নগৰীয়া .... ।।

অ' সখী তৰামাই –
নগৰীয়া অলস জীৱন,
ভাল লগা নাই ।।

বিয়াৰ আগত, আইৰ ঘৰত,
আছিল কিমান কাম !
বোৱা-কটা, বনা-খুন্ডাৰ,
ইয়াত নলয় নাম ।
লোকে কৰে, ঘৰুৱা কাম,
মোৰ, বেয়া লাগে চাই ।।

মোক, সকলোৱে মৰম কৰে,
শুনি সুখী হ'বা ।
গোলাপী, কেতেকীইঁতক,
মোৰ মৰম দিবা ।
মই পাহৰা নাই ।
চিঠি দিবা গাঁৱৰ, ঘৰৰ কতবা জনাই
অ' সখী তৰামাই, সখী তৰামাই ।।



গীত

(বিচিত্ৰ)

## ।। মা-জনী মোৰ! কালিৰ ডাকত......।।

মা-জনী মোৰ! কালিৰ ডাকত –
তোমাৰ চিঠি পালোঁ ।
চিঠি পঢ়ি সকলোটি,
পৰম সুখী হ'লোঁ ।।

পিতা-মাতাৰ, মৰম চেনেহ,
শাহু-শহুৰে দিব ।
ভাই-ককাই, বাই-ভনী --
দেওৰ ননদ হ'ব ।
সংসাৰৰে এই নিয়ম --
আকৌ সোঁৱৰালোঁ ।।

দিন পুৰণি হ'লে আমাক,
নিজেই পাহৰিবা ।
নতুন ঘৰৰ, নতুন মায়াক –
আপোন বুলি ল'বা ।
তাৰ বাবে, আশিস যাচি –
চিঠি সামৰিলোঁ ।।



গীত

(বিচিত্র)

## ।। পুৱতি নিশা হ'লেহে সদায় .....।।

পুৱতি নিশা হ'লেহে সদায়,
শেৱালিৰ পাহি সৰে ।
মেঘৰ মাদল, শুনিহে ময়ূৰে –
ৰঙতে পেখম্ ধৰে ।।

ফুলাৰ বতৰ, বসন্ত আহিলে,
নাহৰ-তগৰ ফুলে ।
সন্ধিয়াৰ বেলাহে, ৰান্ধনী-ৰ'দালি,
আগলি বাঁহত দোলে ।।

ফেনে-ফোটোকাৰে, বাঢ়ে জান-জুৰি,
বৰষা যেতিয়া আহে ।
সোণালী ৰহণে, পুৱাৰ অৰুণে,
সময় হ'লেহে হাঁহে ।
ঋতু ভেদে, অহা যোবাৰ সময়,
আছে সকলোৰে বাবে,
ঋতুজয়ী মোৰ, প্ৰীতিৰ-পলাশ –
বুজিবানে বাৰু চাগে ।।

❧❧❧

# গীত

(বিচিত্ৰ)

## ।।মন সাগৰত আহিছে জোৱাৰ ......।।

মন সাগৰত আহিছে জোৱাৰ.
থৌকি-বাথৌ ঢৌ ।
পূৰ্ণিমা-জোনৰ, এটি ৰহঘৰা –
যেন চৌ-চৌ, জৰিছে মৌ ।।

জীৱনৰ এয়া, কাম্য লগন,
পুলকেৰে ভৰে মন ।
আহে কেতিয়াবা, আন্ধাৰ বিনাশি –
আৱেগৰ এই ক্ষণ ।
হৃদয়ে হৃদয়ে, পৰিচয় পোৱা –
সাক্ষী নিৰ্ম্মল আকাশ, সৌ ।।

নোৱাৰি বুজিব, মহিমা ইয়াৰ,
পৰাণত নহ'লে আৱেগ ।
হৃদয়ত নজ্বলিলে, প্ৰীতিৰ শলিতা,
এই ক্ষণ নিষ্প্ৰাণ আৱেশ ।
নীৰৱ ভাষাৰে, যেন-আমাক এবাৰ –
প্ৰকৃতিয়ে শুনালে, আকৌ ।।



## গীত

(বিচিত্ৰ)

### ।। সেয়া মধুক্ষণ, কাম্য লগন ..... ।।

সেয়া মধুক্ষণ,
কাম্য লগন,
শত জীৱনৰ বাবে।
বৰ্ণালী শোভা,
পুৱা অৰুণৰ –
প্ৰাণময়ী বতৰাৰে।।

শীতল শুকান, নদীৰ বুকুত,
বান আনে শাওণৰে ।
ফুল পাত হীন, উকৰুঙা বননি,
মুখৰিত কাকলিৰে ।।

নোৱাৰে নুবুজে, অভগা জীৱনে,
ছন্দময়ী এই ক্ষণ ।
নাই প্ৰাণে প্ৰাণে, যদি কামনাৰ,
মিলনৰ আলোড়ন ।
এই আগমন সিক্ত নহ'লে –
আৱেগ-অনুৰাগেৰে ।।



## গীত

(বিচিত্ৰ)

### ।। মোৰ জীৱনৰ, উকা পথাৰৰ .....।।

মোৰ জীৱনৰ,
উকা পথাৰৰ,
হ'বা জানো তুমি, সেউজী বোল ?
মন বিৰিখৰ,
মৰহা ডালৰ,
মধু সুবাসৰ, এপাহি ফুল ??

বেদনা কাতৰ,
ৰিক্ত জীৱন --
হ'বনে সিক্ত প্ৰাণেৰে ?
ধৰিবনে চালি,
মন ময়ুৰীৰে –
বৰষাৰ নমাৰ ক্ষণেৰে ?
যাত্ৰা পথৰ আঁতৰি ভুল ??

পামনে পুনৰ,
মোৰ জীৱনৰ –
সুৰ সাগৰৰ, হেৰোৱা কূল ??

♣♣♣

# গীত

(বিচিত্ৰ, ৰাগ ভিত্তিক)

## ।। অ' শ্যাম ! নেযাবা দূৰলৈ' আৰু.... ।।

অ' শ্যাম ! নেযাবা দূৰলৈ' আৰু –
মোক কন্দুৱাই ।
কিয় অভিমান কৰা –
নুবুজে ৰাধাই !!

তুমিয়েই প্ৰিয় মোৰ,
তোমাকেই সপিলোঁ হৃদয় –
অ' শ্যাম, কিয় বুজা নাই !!

কিয়নো নুবুজা তুমি, ৰাধাৰ মনৰ কথা,
নিদিবা নিদিবা আৰু, মিছাতে ৰাধাক ব্যথা –
নুবুজিবা ভুল কানু, মোৰ দোষ নাই ।।

কাষচাপি আহা প্ৰিয়,
নাযাবা দূৰলৈ মোৰ ।
আমাৰ প্ৰেমৰ কথা,
সজোৱা বাঁহীৰ সুৰ ।
ভাঁহি যাওক, সুৰ-ধ্বনি –
যমুনা টৌৱাই !!



গীত

(বিচিত্ৰ)

## ।। অ' লাৱনি অচিনাকি, যেন পখীটি ..... ।।

অ' লাৱনি অচিনাকি,
যেন পখীটি পাখিলাহী,
কিনো নাম তোমাৰ বাৰু --
সোণপাহি, ৰূপপাহি, নে, ফুলপাহি ??

ৰূপৰ প্ৰতিমা তুমি,
যেন তিল্লোতমা ।
তোমাৰ ৰূপক বুজাবলৈ --
নেপাওঁ চোন উপমা ।
দুপাহি চকুৰে ওঁঠে --
কাঁচি-জোনৰ হাঁহি, কাঁচি-জোনৰ হাঁহি !!

সৰলা, চপলা তুমি --
লাজুক-লাজুক গতি ।
তমসা বিনাশি তুমি,
অৰূপ ৰূপৰ জ্যোতি ।
হ'বা জানো পৰিচিতা --
ওচৰলে আহি, ওচৰলে আহি !!

♣*♣♣

গীত

(বিচিত্র)

## ।। তোমাৰ সাঁচা, মৰম-নদীতে ....।।

তোমাৰ সাঁচা, মৰম-নদীতে,
জীৱন জগোৱা, জোনাকী আশাতে,
যদিহে সলিল সমাধি হয় —
মোৰ যে নেলাগে ভয় !!

মোৰ কামনাৰ, কুসুম বিচাৰি,
যদিওবা মই, খাওঁ হাবাথুৰি,
চেনেহ প্ৰয়াসী, গতিৰ পথত —
য'তি নিবিচাৰোঁ মই ।।

বুজা নাই তুমি —
নেলাগে বুজিব,
কোনো খেদ নাই মোৰ ।
মোৰ কামনাৰ, কুসুম সুৰভি —
কাষতে থাকিও দূৰ ।
মোৰ শুচি-সাঁচা, চেনেহ-নিজৰা —
আজীৱন যাব বৈ ।
তোমাতে মিলিবলৈ ।।



গীত

(বিচিত্র)

## ।। তোমাৰ মুখখনি, ইমান লাৱনি ..... ।।

তোমাৰ মুখখনি, ইমান লাৱনি,
উপমা দিবলে' নাই ।
আকাশ ৰূপালী, শাৰদী জোনাকী,
ৰওঁ দূৰে দূৰে চাই !!

সেই চাৱনিৰ, নীৰৱ ভাষাই --
মোৰ যে মনত, পুলক জগায়,
যেন তুমি মোৰ, আহিছা কাষলে,
মনৰ বতৰা পায় !!

তুমি অপৰূপা,
ৰূপৰ নিজৰা,
এপাহি কুসুম --
সুৰভিৰে ভৰা,
সপোনে দিঠকে,
তোমাৰ ছবিয়ে, যায় ফাকু ছটিয়াই !!

আমি দুয়ো যেন, একেটি কামনা --
ভিন্নতা একো নাই !!



গীত

(বিচিত্র)

## ।। তুমি মোৰ কাষতেই আছা ....।।

তুমি মোৰ কাষতেই আছা,
চকুৰেও দেখিছোঁ ।
তোমাৰ কথাৰ, ভাব-ভাষাৰ,
অৰ্থও বুজিছোঁ ।।

মোৰ আগত মৰমসনা,
ইমান কথাকৈ,
মোৰ হাতত, নিবিড় পৰত –
তোমাৰ দুহাত থৈ,
কিয় আহে হুমুনিয়াহ –
আজিহে বুজিছোঁ ।।

ভাষা হেনো ভাবৰ বাহন,
আনৰ আগত কোৱা ।
অন্তৰে ছবিখনি –
চকুৰ আগত থোৱা ।
সঁচা নহয় বুলি মই –
আজিহে জানিছোঁ ।।



## গীত

(বিচিত্ৰ)

### ।। লাৱনি কুঁহিপাত, নিতৌ ডাঙৰ হ'ব ঐ ... ।।

লাৱনি কুঁহিপাত,
নিতৌ ডাঙৰ হ'ব ঐ,
প'কি গৈ পৰিব সৰি ।
ষোড়শী সুন্দৰীৰ, ৰূপো দুদিনীয়া ঐ –
নোৱাৰি ৰাখিব ধৰি ।।

ৰূপ যৌৱনৰে,
অহংকাৰ নকৰা ঐ,
এয়া খন্তেকীয়া শোভা ।
পুৱাৰ সূৰুযৰে, ৰূপৰে বৰ্ণালী ঐ –
সন্ধিয়াৰ সেমেকা আভা ।
মন প্ৰাণ নেৰাখে ধৰি ।।

এয়া যে নহয়, কোনো নীতি-কথা ঐ,
ইযে জগতৰে ৰীতি ।
জনমে-মৰণে, আছে একেলগে ঐ --
এৰাব নোৱাৰা যুতি ।
বান্ধোনৰ নিচিঙে জৰি ।।

♣♣♣

## গীত

(বিচিত্ৰ)

### ।। মোৰ ছবি যদি, আঁকা কেতিয়াবা ....।।

মোৰ ছবি যদি, আঁকা কেতিয়াবা --
ৰূপ-তুলিকাৰে আঁকিবা ।
পাহৰা দিনৰ, হেৰোৱা ৰূপৰ,
ছবিটি মনলে আনিবা ।।

সময়-গতিয়ে, আঁকি থৈ যোৱা,
কুৰূপ ৰূপৰ ৰেখা,
নেচাবা নেচাবা, নেচাবাহে প্ৰিয় –
মিছা হ'ব 'ৰূপ-লেখা' ।
এয়া তোমালৈ, প্ৰাণৰ আকূতি –
সহানুভূতিৰে বুজিবা !!

ৰূপৰ পূজাই, জানা নুবুজায় –
কাৰোবাক অৱহেলা ।
এয়া সঁচা কথা, যেন বুজি পোৱা –
হ'লেও, বিয়লি বেলা ।
মনৰ চকুৰে চাবলে জানিলে,
নিখুঁট ছবিটি দেখিবা ।।



গীত

(বিচিত্ৰ)

## ।। আহা গীতিকাৰ, আহা সুৰকাৰ ......... ।।

আহা গীতিকাৰ, আহা সুৰকাৰ,
গায়ক বাদক শিল্পী দল ।
গীত অমৃতৰ, প্ৰাণ যমুনাত --
প্ৰেম অমৃতৰ, নমাও ধল ।।

হৃদয়ে হৃদয়ে, মানৱীয় বোধ,
জাগৰিত কৰোঁ গীতেৰে ।
শান্তি প্ৰীতিৰে, জীৱন ধাৰণ --
হওক আৱাহন, সকলোৰে ।
সঙ্গীতে সানে, বিভেদ বিনাশি --
মঁন আকাশত, প্ৰেমৰ বোল ।।

মুক্ত মনৰ, আলিঙ্গনৰ --
সজাওঁ পৃথিৱী, এখনি ঘৰ ।
সকলোটি আমি, একেই মানুহ,
ভাষা ধৰমেৰে, নহয় পৰ ।
বান্ধো সঙ্গীতেৰে, প্ৰেমৰ ডোলেৰে,
মানৱ প্ৰেমৰ, ফুলাই ফুল ।।



## অৰ্পণ

মোৰ গীতি সংকলন 'গীতি পঞ্চশত'ৰ তৃতীয় পুথি
'গীতি বৰ্ণালী' –

আমাৰ পুত্ৰ আৰু পুত্ৰবধু ঃ

ৰূপজ্যোতি(নিতু) -- ৰাখী,
ৰম্যজ্যোতি(জিতু) -- ডাঃ মেঘালী(ৰুণজুণ);

জী - জোঁৱাই ঃ

ৰূপৰেখা(জান) -- ভুবনেশ্বৰ (জোন),
ৰশ্মিৰেখা(ইমা) -- মাধুৰ্য(বাবুল),
ৰঞ্জুৰেখা(পাক্কী) -- ডাঃ উৎপলজিৎ(জিন্টু);

নাতি - নাতিনী ঃ

দেৱব্ৰত, বিদিশা, অভিজ্ঞান, দীক্ষিতা,
আৰ্য্যমান, অভিশ্ৰী, অনন্যা, আৰু অদৃতি ৰ
হাতত মৰম আৰু আশীৰ্বাদ তুলি দিলোঁ –

তোমালোকৰ ঃ–
দেউতা / শহুৰদেউতা/ককাদেউতা

— নীলকান্ত শৰ্মা ।

-: সূচীপত্ৰ :- (এক)

-ঃ সূচীপত্ৰ ঃ- (দুই)

-: সূচীপত্ৰ :- (তিনি)

-ঃ সূচীপত্র ঃ- (চাৰি)

## গীত

(প্ৰস্তাৱনা)

### ।। মোৰ গীতৰ প্ৰয়াস, চিত্ৰিত কৰা .... ।।

মোৰ গীতৰ প্ৰয়াস, চিত্ৰিত কৰা,
চিৰ সুন্দৰৰ বাণী ।
মোৰ চিতৰ বতৰা, সুৰেৰে সজোৱা,
প্ৰেমৰ মন্দাকিনী ।।

মোৰ যে আশাৰ, ভাষাৰ পৃথিৱী,
মানৱীয়-প্ৰেমে অঙ্কিত ছবি,
অসূয়া অপ্ৰীতি, ঈৰ্ষাবিহীন,
সমতা বিৰজা, অনাটনহীন,
নিনাদিত য'ত ক্ষণে-অনুক্ষণে –
মিলনৰ সুৰ-ধ্বনি ।।

হে সুৰকাৰ, গায়ক-বাদক,
প্ৰেম শান্তিৰ বতৰা-বাহক,
তুমি সৃষ্টিৰ মহান নায়ক,
মোৰ গীতৰ স্বৰলিপি হওক
বিশ্ব-প্ৰেমৰ বাণী,
'সৰ্ব্বমঙ্গলম্' ধ্বনি ।।



## গীত

(বিচিত্ৰ)

### ।। গীতৰ সুৰৰ, সুনীল সাগৰ ..... ।।

গীতৰ সুৰৰ –
সুনীল সাগৰ,
হে মনোৰমা কল্পনা ।
তোমাৰ পূজাৰ,
যাচি উপচাৰ,
আকিছোঁ স্বাগত আল্পনা ।।

তোমৰ আশিস, লাভ কৰা জনে -
মৰুতো ফুলাই ফুল ।
সেয়েহে তোমাৰ,
পৰশ মণিৰ –
বাবে মই যে ব্যাকুল ।
মোৰ মন আকাশৰ,
হে সুধাকৰ,
ৰচোঁ আৱাহনী বন্দনা ।।

কৰাঁ হে, হৃদয় ছন্দনা,
লোৱাঁ হে, অঞ্জলি অৰ্চনা ।।



## গীত

(বিচিত্ৰ)

### ।। হে ব'হাগ, তুমি সৃষ্টি ...........।।

হে ব'হাগ, তুমি সৃষ্টি,
হে ব'হাগ, তুমি কৃষ্টি,
মেঘৰ মাদল আৰু –
বিজুলীৰ ধেমালিৰে –
হে ব'হাগ, তুমি বৃষ্টি ।।

ব'হাগীৰ ৰূপ অনন্ত,
মন বন কৰা যে জীৱন্ত,
নতুন বছৰ আৰু ৰঙালীৰ ৰং সানি –
উজ্বলাওঁ মনৰ দিগন্ত ।।

ব'হাগ সঞ্জীৱনী মন্ত্ৰ,
অসমৰ জীৱনৰ ছন্দ,
ৰঙালী বিহুৰে আমি,
জনাই আদৰণি –
হওঁ অসমবাসী ধন্য,
কৰোঁ আমি সৃষ্টি অনন্য,
ব'হাগীৰ দানেৰে শ্ৰীমন্ত্ৰ ।।



[ শিৱসাগৰত ৰঙালী বিহু উৎসৱত
প্ৰয়াত হেমন্ত দত্তৰ সুৰ আৰু কণ্ঠত জীৱন্ত।]

## গীত

(বিচিত্ৰ)

### ।। কাৰবাবে আঁকো, মই আল্পনা ...... ।।

কাৰবাবে আঁকো, মই আল্পনা,
তুমি জানো জানা কল্পনা ?
যদিহে নাজানা, কওঁ শুনা --
তুমি মোৰ গীতিৰে --
মূৰ্চ্ছনা ।।

তুমি, সুৰ-সাগৰৰে উৰ্ম্মিমালা,
তুমি, মন-ফাগুনৰে ৰংমেলা,
তুমি, মোৰ জীৱনৰে জয়মালা,
মই, অজান পুলকেৰে --
উন্মনা ।।

মোৰ মন-আকাশতে আলফুলে,
কত আশাভৰা,
ছবি দোলে,
শুনিবানে, কাণে কাণে ক'লে --
তুমি, মোৰ জীৱনৰে --
অঙ্গনা ।।



[ ডিব্ৰুগড় অনাতাঁৰ কেন্দ্ৰৰ পৰা **শ্ৰীমতী ৰুমী গোস্বামী** আৰু দূৰদৰ্শন কেন্দ্ৰৰ পৰা **শ্ৰীমতী উৎপলা শৰ্ম্মাৰ** কণ্ঠত প্ৰচাৰিত। ]

## গীত

(বিচিত্ৰ)

### ।। শীতৰ শেষৰ, উৰুঙা বননি.... ।।

শীতৰ শেষৰ, উৰুঙা বননি ।
কুঁহিপাতে ফুলে,
ইমান শুৱনি ।
পাতৰে আঁৰতে,
সুৱদি কাকলি,
এয়া ব'হাগৰে, শুভ আগমনী ।।

আমে মলিয়ালে,
নাহৰো ফুলিলে ।
লাহি কপৌপাহি,
ডালতে দোলিলে,
তগৰৰ শিৰতে, শুকুলা কিৰীটি,
এয়া ব'হাগৰে, শুভ আগমনী ।।

মৰমৰ বিহুৱান, তাঁতৰে শালতে,
ঢোল পেঁপা বাজিছে, সেয়া কৰবাতে,
প্ৰাণে প্ৰাণে জাগে, পুলক ৰাগিণী ।
এয়া ব'হাগৰে, শুভ আগমনী ।।



[ আকাশবাণী ডিব্ৰুগড় কেন্দ্ৰৰ পৰা প্ৰচাৰিত । ]

কণ্ঠ - শ্ৰীমতী আফ্‌কজা বেগম ঃ সুৰ – শ্ৰীঅনুবোধ গগৈ

## গীত

(বৃন্দগীত

## ।। কিনো দিন আহিল ঐ, কিনো দিন .....।।

কিনো দিন আহিল ঐ, কিনো দিন পৰিল ঐ,
কিনো দিন আহিল ঐ আজি ।
আইৰে মুখেখনি, মোলান ঐ পৰিলে,
ভোগালিত কঙালি সাজি ।। কিনো দিন আহিল ঐ .........

নাই গছ্-গছনি, মেজি সাজিবলৈ,
নৈ-বিল-পুখুৰীত, মাছ্ নাই পাবলৈ,
নাই আগৰ উৰুকাৰ ভোজ ।
বাৰীৰ গুৰ, এঠা দৈ, আজি নাই পাবলৈ,
ৰাইজ মোৰ, লোৱা ঐ বুজ ।।

লখিমী পথাৰত শাখিনী সোমালে, নাই ভঁৰালতে ধান ।
আশাৰে পথাৰ বোৰ হ'ল ছন পৰা, লুইতত ভদীয়া বান ।।

নাই নাই আজি দুবেলা দুসাজি, বজাৰত জ্বলিছে জুই ।
জাগা মোৰ ৰাইজ ঐ, উঠা-উঠা-উঠা, আৰু নেথাকিবা শুই ।।

ভোগালিৰ নামতে, অগণি পূজাতে, হাত-লৰো ওলায় ৰাতি ।
এয়া কিনো কথা, নোহোৱা নোপজা, ভোগালীক কৰিব মাটি ।
হেৰা অসমীয়া জাতি, হেৰা অসমীয়া জাতি ।।



[আকাশবাণী গুৱাহাটী কেন্দ্ৰৰ পৰা 'ভোগৰ বতৰা সঙ্গীতালেখ্যত প্ৰচাৰিত]
কণ্ঠ - পুলক বেনাৰ্জী, ৰামেশ্বৰ পাঠক, দিলীপ দত্ত, অৰ্চনা মহন্ত, অণিমা ভট্টাচাৰ্য্য ।
প্ৰযোজনা - মুকুল বৰুৱা ।

## গীত

(একক/বৃন্দগীত)

## ।। অ' আই লখিমী এ, ব'লা.........।।

অ' আই লখিমী এ, ব'লা ভঁৰাল'লে ব'লা,
ৰ'দে বৰষুণে, আজি অতদিনে, আই বহু দুখ পালা ।।

শাওণৰ পথাৰত, লখিমী কঠিয়া,
আঙুলি বুলায়ে ৰোৱা ।
আঘোণৰ পথাৰত, সোণালী ধানেৰে,
পথাৰ সোণোৱালী হোৱা ।।

কাতি সংক্ৰান্তিতে, পদূলি মূৰতে,
সন্ধ্যা বন্তিগছি দিওঁ ।
তুতি-নতি কৰি, সেউজী পথাৰত,
তোমাকে সেৱা জনাওঁ ।।

হাততে কাঁচিলৈ, আঘোণৰ ধাননি,
মুঠি মুঠি কৰি কাটি,
সযতনে মাতৃ, আনো ভঁৰাললে –
সাদৰী হাতেৰে বান্ধি ।

মাঘী সংক্ৰান্তিতে, তোমাক ভঁৰালতে, সযতনে দিওঁ ঠাই ।
শত দোষ ক্ষেমিবা, আমাকে নেৰিবা, যুগে যুগে লক্ষ্মী আই ।।



[আকাশবাণী গুৱাহাটী কেন্দ্ৰৰ পৰা 'ভোগৰ বতৰা'
সঙ্গীতালেখ্যৰ যোগে প্ৰচাৰিত]

৮

## গীত

(বৃন্দগীত)

# ।। এয়া যদি ধানৰ দেশ, চাউল ..... ।।

এয়া যদি ধানৰ দেশ, চাউল কলৈ যায় !
এয়া যদি তেলৰ দেশ, তেল কিয় নাই নাই ... তেল কিয় নাই!
বান্ধৈ ঐ, এয়া যদি চাহৰ দেশ, চাহৰ কিয় দাম,

এয়া যদি হাবিৰ দেশ, খৰি কʼতে পাম !!
এয়া যদি নদীৰ দেশ,
খেতিৰ পানী কত ?
বানপানী উঠে কিয় --
খেতিৰ পথাৰত ?

যেন আমি কৰ্ম্ম বিমুখ,
এলেহুৱা হʼলো ।
ভোগ-উভৈনদীৰ-সুদিন --
যেন পাহৰিলোঁ ।।

আহা, ইয়াৰ কাৰণ এবাৰ --
বিচাৰ কৰি চাওঁ ।
প্ৰতিকাৰৰ বাবে উপায়,
কিজানিবা পাওঁ !!



[আকাশবাণী গুৱাহাটী কেন্দ্ৰৰ পৰা 'ভোগৰ বতৰা'
সঙ্গীতালেখ্যৰ যোগে প্ৰচাৰিত]

## গীত

(বৃন্দগীত)

## ।। ব'হাগৰ ৰঙালী, কাতিৰটি কঙালী .......।।

ব'হাগৰ ৰঙালী, কাতিৰটি কঙালী, মাঘৰটিৰ ভোগালী নাম,
আহা মোৰ ৰাইজ ঐ, অতীতৰ দিনলৈ, ভোগালীৰ ৰূপকে চাম ।।

তাহানিৰ দিনতে, আই অসমতে,
একোৰে অভাৱ যে নাই ।
শস্য-শ্যামলী আই..., অন্নপূৰ্ণা –
আমাৰে ওপজা ঠাই, মোৰ বান্ধৈ, আমাৰে ওপজা ঠাই ।।

আঘোণৰ পথাৰৰ চপাই লাহি-শালি, পিঠাপনা বিধে বিধে,
বাৰীৰ গুৰেৰে, খুটিৰে দৈৰে, আমুৰাই ভোগালীৰ ভোগে ।।

স্বৰ্গদেউৰ দিনৰে, দ'ল হেন ওখকৈ,
সাজিছিল তিনিটি মেজি ।
দহো ৰাইজ এক হয়, উৰুকাৰ ভোজতে –
কাষতে ভেলাঘৰ সাজি ।
পথাৰত যুঁজে, মহ হালে হালে, পথাৰবোৰ 'জেৰেঙা' হয় ।
স্বৰ্গদেউ সকলে ৰংঘৰ সজালে, ৰংঘৰে সাক্ষী কয় ।।

ৰংপুৰ নগৰৰ, সাত বিহু উছৱৰ, কাহিনী নেজানে কোনে !
সেই দিন কেনি গ'ল, আজি দিন কি হ'ল, প্ৰতিকাৰ কোনেনো গুণে!!

❖❖❖

[আকাশবাণী গুৱাহাটী কেন্দ্ৰৰ পৰা 'ভোগৰ বতৰা সঙ্গীতালেখ্যত প্ৰচাৰিত]
কণ্ঠ - পুলক বেনাৰ্জী, ৰামেশ্বৰ পাঠক, দ্বিদীপ দত্ত, অৰ্চনা মহন্ত, অণিমা ভট্টাচাৰ্য্য ।
প্ৰযোজনা - মুকুল বৰুৱা ।

১০

## গীত

(বিচিত্ৰ)

### ।। দৃষ্টি বিহীন, মই আজন্ম অন্ধ ....।।

দৃষ্টি বিহীন, মই আজন্ম অন্ধ ।
মই যে নুবুজোঁ,
মই যে নিচিনো
সৃষ্টিৰ ৰূপ-ছন্দ ।।

আন্ধাৰ পোহৰ আঁউসী পূৰ্ণিমা,
পূবেৰুণ ৰামধেনু ।
ধুনীয়া ফুলনি, মেঘালী বিজুলী,
নুবুজোঁ নিচিনো একো ।
শাৰদী জোনালী, সেউজী সোণালী,
মই যে নুবুজা শব্দ ।।

এই শব্দৰ অৰ্থ ভেদেৰে,
নকৰা আমনি মোক ।
মোৰ জীৱনৰ, যাত্ৰা পথৰ
জ্যোতি হোৱা তোমালোক ।
মই জনমৰে অন্ধ; নুবুজাবা ৰূপ-ছন্দ ।।



[ আকাশবাণী ডিব্ৰুগড় অনাঁতাৰ কেন্দ্ৰৰ পৰা প্ৰচাৰিত ]

কণ্ঠ – **শ্ৰীমতী কল্পনা ভাগৱতী(ভট্টাচাৰ্য)** ঃ সুৰ – **শ্ৰীসূৰ্য্য ভাগৱতী**

## গীত

(দ্বৈতকণ্ঠী / একক)

## ।। যা..., নাচি যা নাচনী, নাচি নাচি ....... ।।

পু ঃ - **যা**..., নাচি যা নাচনী, নাচি-নাচি ভাগৰি যা,
ম ঃ - বা..., বা অ' ঢুলীয়া, ন- ন চেৱেৰে ঢোলটি বা ।
পু ঃ - তোৰ নাচৰ তালে তালে,
বিহু নামৰ সুৰে সুৰে,
মৰম চাৱনিৰে চা ।।

ম ঃ - তোৰো মন গ'লে, মোৰো মন গ'লে,
অ' চেনাইটি, অহা ব'হাগতে বিয়া ।
বিহুৰে ত'লিৰে, দিয়া লোৱা হ'ব,
ওৰে জীৱন জুৰণীয়া –
যদি তই নকৰ না ।।

পু ঃ - তই জনম লোৱা, আই বোপাইৰ ঘৰতে, অ' নাচনী
তই জিৰণীয়া মৌ ।
ম ঃ - তোৰ লহপহীয়া, দৰদী হিয়াতে, অ' চেনাইটি
যেন, মৰম জোৱাৰৰে ঢৌ ।।

পু+মঃ- তোৰে মোৰে বিয়া, হিয়া দিয়া নিয়া –
ফাগুনৰ উতলা বা, জীৱন জুৰণীয়া ছাঁ ।।

❖❖❖

[ প্ৰয়াত **বিদীপ দত্তৰ** কণ্ঠত বিহু মঞ্চত একক কণ্ঠত পৰিৱেশিত। ]

## গীত

(দ্বৈতকণ্ঠী)

# ।। ইমান আপোন, আপোন তোমাক....।।

পু ঃ - ইমান আপোন, আপোন তোমাক,
লাগিছেনো মোৰ কিয় ?
হয়নে কি বাৰু, আপোন ভবাতো,
হৃদয়ৰ বোধ, মানৱীয় ??

ম ঃ - তোমাক নিচিনিও,
মোৰ মনটি,
অথিৰ অবিৰ কিয় !
নীৰব ভাষাৰ প্ৰতিধ্বনি, যেন অতুলনীয় ।।

পু ঃ - ভাষা নুবুজিও, মৌনতাই কোৱা,
কথা-নেপাতিও, মন বুজি পোৱা,
এয়া সত্য, ইতিহাসে কোৱা --
এয়া অহেতুক, কাকো বুজোৱা,
নহয় প্ৰয়োজনীয় ।।

পু+মঃ- তেনে হ'লে দুয়ো বুজি পালোঁ,
এই প্ৰীতি সৰগীয় --
আৰু, আমি দুয়ো প্ৰাণপ্ৰিয় ।।



## গীত

(দ্বৈতকণ্ঠী)

### ।। মই এটি ধূপ কাঠি............।।

ধূপ ঃ - মই এটি ধূপ কাঠি –
পুৰি পুৰি শেষ হোৱা ।
সুবাস বিলাই, নিজে হৈ ছাই –
বেদীতে পৰি ৰোৱা !!

বন্তি ঃ মই এগছি পূজাৰে বন্তি,
গছাৰ মূৰতে থোৱা ।
আনৰ বাবেহে, পোহৰ বিলাই –
নিজে আন্ধাৰতে ৰোৱা ।।
ধূপ+বন্তি ঃ -আমাৰ জীৱন, এটি প্ৰয়োজন –
পূজাৰ বেদীহে সজোৱা !!

ধূপ ঃ - পূজাৰ বেলাত, কথা পতা শুনোঁ,
সমবেত বহুজনে ।
জন জীৱনবো, আছে এনে গাথাঁ,
বাথে মাথোঁ মনে মনে ।
ধূপ+বন্তি ঃ -প্ৰয়োজন ক্ষণ, শেষ হৈ গ'লে –
জীৱনেই শেষ হোৱা !!



## গীত

(দ্বৈতকণ্ঠী)

### ।। আকাশত সৌৰা, কহুঁৱা কোমল ....।।

ম ঃ - আকাশত সৌৰা, কহুঁৱা কোমল,
মেঘৰ উদুলি-মুদুলি ।
পু ঃ - নহ'বনো কিয়, এনুৱা আৱেশ,
এয়া শৰতৰ আবেলি ।।

ম ঃ - শেৱালি ফুলৰ, সুবাসেৰে ভৰে
ঘৰে ঘৰে সৌৰা পদূলি ।
পু ঃ - আমোল মোলাই, শেৱালিৰ ফুল –
ফুলে শৰততহে গধূলি ।।

ম ঃ - সৌৰা আকাশত পূৰ্ণিমাৰ জোন,
মাটিত ৰূপালী জোনালী ।
পু ঃ - তৰা জিল্ মিল্, নাচে অনাবিল
জানা, শৰতৰে গধূলি ।
পু+মঃ- দিয়াহে শৰত, নিৰ্ম্মল হৃদয়,
বিনাশো অসূয়া সমূলি --
মানৱ প্ৰেমৰ, মধু জোনাকেৰে –
তন্ মন্ উঠক জিলিকি ।।



## গীত

(দ্বৈতকণ্ঠী)

### ।। সেই পণ যদি, কামনাৰ হয় .... ।।

পুঃ- সেই পণ যদি, কামনাৰ হয়,
স্মৃতি যুগমীয়া হ'ব ।
মঃ- এইপণ মোৰ, মন নিজৰাৰ –
সুঁতি চিৰকাল ব'ব ।

পুঃ- সেই পণ যদি, মন কাননৰ,
সুৰভিত সুবাসেৰে,
(আৰু) সেই ক্ষণ যদি, পূত জোনাকেৰে,
উজ্বলোৱা আবেগেৰে,
পু+মঃ- মাধুৰীৰে ভৰা, অমল প্ৰভাৰে,
আজীৱন উজ্বলিব ।।

পুঃ- সেই কথাবোৰ, যদি সঁচা হয়,
নীৰৱ শবদে কোৱা ।
মঃ- সেই দৃষ্টি, যদিহে বৃষ্টি,
উজাৰি হিয়াৰো হিয়া ।
পু+মঃ- দুটি স্পন্দন, নহয় স্থবিৰ –
ইযে, কালজয়ী যুগমীয়া ।।



## গীত

(দ্বৈতকণ্ঠী)

### ।। মোৰ লুণ্ঠিত হয়, প্ৰীতিৰ গাগৰি ... ।।

পু ঃ- মোৰ লুণ্ঠিত হয়,
প্ৰীতিৰ গাগৰি,
তোমাৰ কৃত্ৰিম প্ৰেমেৰে ।
বাঞ্চিত আশা,
নহয় সফল, জীৱন ঋতুৰ ছন্দেৰে ।।

ম ঃ- মোৰ শুচি-সঁচা,
সঞ্চিত প্ৰীতি,
উজাৰি তোমাতে সপিলোঁ ।
সময়ে তোমাক,
সলনি কৰিলে,
বাঞ্চিত ফল নেপালোঁ ।
মই লাঞ্চিতা,
প্ৰাণৰ দেৱতা,
মৰু-তৃষ্ণাৰ মায়াৰে ।।

পু ঃ- খেদ নাই মোৰ, মই যে শীতল,
স্মৃতি সুৰভিত ছাঁয়াৰে ।।



## গীত

(মাতৃ বন্দনা)

(জনম দায়িনীৰ ও দেশমাতৃৰ)

### ।। জনম দায়িনী আই অ' মোৰ ....... ।।

জনম দায়িনী আই,
অ' মোৰ সাদৰী আই।
তোমাৰ মৰম,
দয়া কৰুণাৰ
তুলনা পাবলে' নাই ।।

অ' মোৰ ওপজা ঠাই
অ' অন্নপূৰ্ণা আই,
অ' শাকম্ভৰী আই,
অ' মোৰ অসমী আই ।
স্বৰ্গতো অধিক আই ,
তুমি মোৰ জনমৰ ঠাই ।।

দুয়ো আমাৰে, চেনেহী জননী,
সেৱিম তোমাৰে,
চৰণ দুখানি ।
তোমাৰ খিয়াতি, মুকুতিৰ বাবে,
যাম জীৱনকে আগবঢ়াই ।।



## গীত

(বৃন্দগীত, ছাত্ৰৰ)

### ।। যদিহে ছাত্ৰ, আমি সঁচা অৰ্থৰ .....।।

যদিহে ছাত্ৰ, আমি সঁচা অৰ্থৰ,
তপস্যা আমাৰ অধ্যয়ন ।
সত্যবাদিতা গুণ, কৰি আহৰণ,
সদা শুচি কৰোঁ দেহ-মন ।।

মিলি জুলি এক হৈ, থাকিম সকলো,
মানৱতা ইয়াৰেই নাম ।
চেনেহ যাচিম আমি
অনুজ জনক —
পূজনীয় জনক প্ৰণাম ।।

নিয়মক মানি চলোঁ,
এৰো অনিয়ম,
সকলো কামতে ৰাখোঁ,
উছাহ-উদ্যম ।
জ্ঞান শকতিৰ বলে, জগত জিনাৰ —
মনো বল আমাৰ মহান ।
আমি হওঁ অমৃত সন্তান ।।



## গীত

(শিশুগীত)

### ।। ভাল লাগে আকাশত, সন্ধিয়া পৰত... ।।

ভাল লাগে আকাশত,
সন্ধিয়া পৰত,
বগা বগলীৰ জাক, বাহলে উৰিলে ।
দূৰৰ দেশৰ পৰা,
উৰি আহি ইয়ালৈ,
বাহ সজা ঠাই খন, কেনেকে চিনিলে ।।

বিলবোৰত দেখোঁ,
অচিন চৰাই,
বিধে বিধে হাঁহবোৰ,
আমি থাকো চাই ।
ইমান পখীৰ জাক,
ক'ৰ পৰা আহিলে ।।

আমাক বুজাই দিয়ে, ককা-আইতাই,
পখীবোৰ উৰি উৰি, দেশে দেশে যায় ।
নেপাহৰে অহা বাট, ঘূৰিও যাবলে,
আকৌ উভতি যায়, নিজৰ দেশলে ।।



১০

## গীত

(শিশুগীত)

## ।। কণমানি অ' পখিলাটি ......।।

কণমানি অ' পখিলাটি,
ফুট-ফুটিয়া পাখি ।
মোৰ ফুলনিত পুৰাই উৰ --
ক'ৰ পৰানো আহি; হেৰ, ক'ৰ পৰানো আহি !!

গোটেই বছৰ নেথাক তই,
ফাগুনত হে আহ ।
ফুল পাহিৰে মনে মনে,
কিনো কথা পাত ! হেৰ, কিনো কথা পাত !!
ফাগুন গ'লেই, ক'লৈ যাব,
গম নেপাওঁ আমি; হেৰ, গম নেপাওঁ আমি ।।

কেতিয়াবা ফুল চিঙোতে,
হয় আমাৰ ভুল ।
তহঁতিও ফুলনিৰে --
যেন, একোপাহি ফুল ।
যাৱহি তই, ফুলবোৰক --
বুকুৰ মৰম যাচি; হেৰ, বুকুৰ মৰম যাচি ।।



## গীত

(শিশুগীত)

### ।। দোকমোকালিতে, মোৰ পদূলিতে ..... ।।

দোকমোকালিতে,
মোৰ পদূলিতে,
অচিনা পখিটি ঐ !
কিনো কথা ক'লি,
উৰি গুচি গ'লি,
অকনো নেথাকি বৈ ।।

বৰ হেঁপাহেৰে,
চোৱাৰ আশাৰে,
শোৱাপাটি এৰি থৈ ।
থাকো মই নিতে,
বকুলৰ তলতে,
তোকে দেখা পাবলৈ ।।

জুমি চাওঁ তোক, পাতৰে মাজেৰে,
ইমান ধুনীয়া, ফুটুকী পাখিৰে,
যেন তই আহ, মোকে জগাবলে' –
সৰগী বতৰা কৈ ।।



## গীত

(শিশুগীত)

### ।। মাঘ ফাগুনৰ, উদং পথাৰ........ ।।

**মা**ঘ ফাগুনৰ, উদং পথাৰ,
বহল কঠিয়ানি ।
জাৰো নহয়, নহয় গৰম,
কৰোঁ খেল ধেমালি, আমি কৰোঁ খেল ধেমালি।।

বাঘ গৰু খেলো আমি,
খেলো লুকা-ভাকু ।
ৰবাব টেঙাৰ বল খেলো,
জুইৰে কোমল কৰি, আমি জুইৰে কোমল কৰি ।।

চোৰ-পুলিচ আমি খেলো,
ওখ নৰাণি পালে ।।
গামোচাৰে পুলিচ বোৰে, বান্ধে হালে হালে --
আৰু নিয়ে আমাক ধৰি, ঐ নিয়ে আমাক ধৰি।।

আমাৰ খেলাৰ ধৰাবন্ধা,
নাই নিয়ম নীতি ।
সকলোৰে খেলো আমি,
থাকো মিলিজুলি, আমি থাকো মিলিজুলি ।।



## গীত

(শিশুগীত)

### ।। আহা সমীৰণ, তৰুণ তপন .... ।।

আহা সমীৰণ,
তৰুণ তপন,
আহা গছপুলি ৰোওঁ ।
গছ পুলি কটা,
বৰ বেয়া কথা,
আহা সকলোকে কওঁ ।।

গছ থাকিলেহে,
মানুহ থাকিব,
অৰণ্যৰো পশু-পখী,
বৰষুণ হ'ব, পানীৰে ভ'ৰিব,
নদী-বিল-জান-জুৰি ।
আমি কি যে ৰং পাওঁ ।।

আমি সকলোৱে, গছপুলি ৰোওঁ
ৰক্ষা কৰিবলে, বেৰাখনো দিওঁ,
সাৰ পানী দি, সময়ে-সময়ে —
গছক জীৱন দিওঁ, আমি গছক জীৱন দিওঁ ।।



১৪

## গীত

(শিশুগীত)

### ।। জিএগ জনী ঐ তই ........ ।।

জিএগ জনী ঐ তই,
পানীত দাপোণ চাৱ ।
খন্তেকতে আকৌনো তই,
ক'লৈ উৰি যাৱ, হেৰ' কলৈ উৰি যাৱ ??

ইমান পাতল পাখি দুখন,
লাহি দীঘল গা ।
দীঘলীয়া দুডাল দাড়ি,
মুখখন ঘূৰণীয়া ।
তিৰ্ বিৰোৱা, বৰ চকুৱা,
তইঁত ক'তে থাক, হেৰ' তহত ক'তে থাক ??

জিএগ তোক ঐ, ধৰিবলে',
তোৰ কাষলে গ'লে --
পলকতে উৰামাৰি,
যাৱগৈ দূৰলে ।
মানুহক তই, নাপাৱ ভাল,
সঙ্গ নহয় প্ৰিয়, হেৰ' সঙ্গ নহয় প্ৰিয় ??



## গীত

(শিশুৰ বৃন্দগীত)

## ।। বাজে মিলনৰ সুৰ .....।।

বাজে মিলনৰ সুৰ,
আমাৰে অকণি,
প্ৰাণ-বীণা খনি,
প্ৰীতি-গীতে সুমধুৰ ।।

ইমান ধুনীয়া আমি,
ইমান ধুনীয়া প্ৰাণী,
চৌদিশ ইমান মধুৰ ।
আমি, সৰগীয় জ্যোতিধাৰা,
পৃথিৱী পোহৰ কৰা,
প্ৰাণে প্ৰাণে, আশাযে প্ৰচুৰ ।

পৃথিৱী এখনি ঘৰ,
নাই আপোন পৰ,
আমি হওঁ, মিলন বিভোৰ ।
আমাৰ প্ৰাণৰ বীণা,
প্ৰীতি-গীতে ৰঞ্জনা,
অসাধু ভাবনা কৰোঁ, দূৰতে বিদূৰ ।।



১৬

## গীত

### (প্ৰকৃতিৰ ৰূপ-ছন্দ)

### ।। অ' ব'হাগ, ব'...হা...গ ...... ।।

অ' ব'হাগ, ব'...হা...গ... !

ৰঙালীত টঙালী বন্ধাৰ,
যুগে যুগে, জীয়াই থকাৰ,
আশা ভাষা, দিয়াহে আমাক ।।

তুমি আমাক শক্তি দিয়া,
বৰদৈ চিলাৰ গতিৰে ।
প্ৰাণত প্ৰীতিৰে, জোৱাৰ তোলা –
বিহুৰ নৃত্য গীতেৰে ।
তুমি অসমীৰ, জীৱন-নদীৰ,
যতি হীন হোৱাহে প্ৰৱাহ ।।

তুমি আমাৰ কিমান আপোন,
নোৱাৰো বুজাব গীতেৰে ।
পৰিচয় দিওঁ, আমি দূৰ-দূৰণিত,
ৰহণীয়া তোমাৰ ৰূপেৰে ।
আমাৰ ৰঙালী মনে, প্ৰকৃতিয়ে ন-সাজে –
চিৰকাল আদৰোঁ তোমাক ।।



## গীত

(প্ৰকৃতিৰ ৰূপ-ছন্দ)

### ।। ব'হাগ আমাৰ, জন-জীৱনৰ .... ।।

ব'হাগ আমাৰ, জন-জীৱনৰ –
আদৰৰ এটি মাহ ।
আদৰি সাদৰি, আমি ব'হাগক –
পাওঁ জীৱনতে সাহ ।।

বননিত সেউজীয়া, ফুলাম শোভাৰে,
নানা বৰণীয়া কুঁহিপাত ।
পাতৰ আঁৰৰ পৰা, পৰাণ শীতল কৰা,
বিহগীৰ মৌসনা মাত ।
ফুলনিৰ শোভা লয়লাস ।।

যদিহে পাহৰোঁ আমি, ব'হাগৰ ওলগণি,
বিহুবান, মিঠা বিহুগীত।
অসমীয়া জাতি বুলি –
পামনে বিচাৰি বাৰু,
এমুঠি মানুহ পৃথিৱীত!
ব'হাগীযে অসমীৰ –
জীৱন-প্ৰবাহ ।।



## গীত

(প্ৰকৃতিৰ ৰূপ-ছন্দ)

### ।। অ' গধূলি-গোপাল পাহি ..... ।।

অ' গধূলি গোপাল পাহি !
কিয়নো বেলিটি ডুবাৰ পৰতে,
সন্ধিয়াৰে নমা ৰাতিৰ আন্ধাৰতে,
তোমাৰ মিচিকিয়া হাঁহি ??

তুমি, অভিসাৰিকা নেকি, আন্ধাৰ পৰৰ,
মুচকচ্ বেশ, তুমি পোহৰৰ,
অন্য ফুলবোৰ, যেন বিয়াকুল
ওৰে ৰাতি হৈ, থাকে যে আকুল,
হয়তো অন্য ফুলবোৰৰ
আন্ধাৰেৰে নাহে ৰাহি ??

যেন তোমাৰ লগৰী, শেৱালিৰ হাঁহি,
পুৱা হ'লৈ স্মৰি যোৱা ।
ৰাতি জোনাকৰ, ৰূপালীৰে খেলি,
সূৰুয ভাল নোপোৱা ।
ধন্যহে তুমি, গধূলি গোপাল,
অমৰ প্ৰেমৰ চাকি !!



## গীত

(প্ৰকৃতিৰ ৰূপ-ছন্দ )

### ।। আহিল আকৌ, শৰত ঋতু ..... ।।

আহিল আকৌ, শৰত ঋতু,
নিয়ৰ সৰা পুৱা ।
দুবৰি বনত শেৱালিৰ পাহি –
নিয়ৰ পানীৰে ধোৱা ।।

শাওণ, ভাদৰ ভূঁয়ে ঢকা,
পথাৰৰ বৰণ,
আহিনীয়ে সলাই সানে
সেউজী ৰহণ,
কাজল মেঘে, নীলা পানীত –
জুৰিত দাপোণ চোৱা ।।

আকৌ আহিল, পূজাৰ বতৰ,
আনন্দ উছৱ ।
বেলুন উৰাৰ, পূজাৰ বেলা –
শবদে সৰৱ ।
মনৰ অসুৰ, নাশি হৃদয় –
শান্তিৰে সজোৱা ।।



## গীত

(বিচিত্ৰ)

### ।। বান্ধিছিলোঁ মোৰ, জীৱনৰ তৰী...... ।।

বান্ধিছিলোঁ মোৰ,
জীৱনৰ তৰী,
প্ৰাণ-যমুনাৰ ঘাটে ঘাটে ।
শান্ত শীতল,
তলি জলমল,
নেদেখিলোঁ জল, কোনো ঘাটে ।।

মৌ মাখি বোৰে,
সেই ফালে উৰে,
সুবাসী ফুলৰ, ঘ্ৰাণে ঘ্ৰাণে ।
স্বভাৱ সুলভ, জনাৰ শকতি –
আছে সিহঁতৰ, প্ৰাণে প্ৰাণে ।।

এই জগতৰ,
মাথোঁ মানুহৰ,
কৃত্ৰিমতা ঘনে ঘনে ।
কথাৰ কামৰ, মিল নাইকিয়া,
প্ৰকৃতিয়ে কয়, কাণে কাণে ।।



## গীত

(বিচিত্ৰ)

### ।। নদীৰ পাৰৰ হাবি আছিল ...... ।।

নদীৰ পাৰৰ হাবি আছিল,
আমাৰ আদিম ঘৰ ।
হাবিৰে সমধ আমাৰ –
যুগ-যুগান্তৰ ।।

'জংঘলহে মংগল'- বোলা
আছে সাধু-বাদ ।
ইয়াৰ অৰ্থ নুবুজিচোন –
মাতিছোঁ প্ৰমাদ ।
বন ধ্বংস অপৰাধৰ
কাম মানুহৰ ।।

গছ হলেহে, ফল নানান,
আৰু শীতল ছাঁ ।
বনেহে বৰষুণ আনে,
মলয়াৰো বা ।
গছ নহ'লে মৰু হ'ব, ধৰিত্ৰী আমাৰ ।
স্থল জীৱী লোপপাব, কৰি হাহাঁকাৰ ।।



## গীত

(বিচিত্ৰ)

### ।। ভাল লাগে বৰ, আকাশ যেতিয়া ... ।।

ভাল লাগে বৰ,
আকাশ যেতিয়া
তৰাৰ ফুলেৰে ভৰে ।
জোনাকী নিশাতে,
যেতিয়া ধৰাতে,
জোনৰ সুৰভি সৰে ।।

আৰু ভাল লাগে,
পদূলিৰ মূৰতে
শেৱালি যেতিয়া ফুলে ।
দুৱৰি বনতে, ৰ'দালি-পুৱাতে
মুকুতা যেতিয়া জ্বলে ।।

ভাল লাগে মোৰ, ছন্দ মধুৰ,
বৰ্ষা মুষল ধাৰে ।
সেয়া যেন এটি,
প্ৰণতিৰ গীতি,
সৃষ্টিৰ আঁৰে আৰে ।।



## গীত

(বিহুসুৰীয়া)

।। ঐ, যোৱা ওৰে ৰাতি, মেঘে বৰষিলে ...।।

ঐ, যোৱা ওৰে ৰাতি, মেঘে বৰষিলে,
পথাৰ ৰূপৰ পিঠি হ'ল ।
সোণ-তলি পথাৰত, উজান উঠিছে –
মাছ ধৰিবলৈ ব'ল ।।

আহ ঐ আজলী, লাহৰী, সাদৰী –
আন কাম পিছলৈ থ ।
আহ্ আহ্ ভোগেশ্বৰ, সোমেশ্বৰ, ৰূপেশ্বৰ,
হাতত জাল জুলকি ল ।
মনৰ হেঁপাহেৰে, মাছ ধৰিবলৈ –
নাহে সদায় এনে ধল ।।

মাছ ধৰাৰ আনন্দ, বুজাব নোৱাৰা –
নিজে নধৰিলে মানে ।
খোৱাতকৈ ধৰাতহে, ৰং বেচি লাগে –
ধৰোতাজনেহে জানে ।
ব'হাগৰ পথাৰৰ, উজান উঠা পানী,
আমাৰ ধেমালিৰো থল ।।



## গীত

(বিচিত্ৰ, জীৱন-প্ৰশস্তি)

### ।। মানৱ জীৱন বহু জনমৰ ........ ।।

মানৱ জীৱন বহু জনমৰ,
সাধনাৰ এটি ফল ।
নুবুজি ইকথা, নকৰোঁ বিনাশ --
পানকৰি হলাহল ।।

এই জীৱনৰ বলেৰে অনেকে,
মৰণ কৰিছে জয় ।
এই মৰতে, ৰাখি থৈ যায় --
যুগমীয়া পৰিচয় ।
মহা-মনীষাৰ, পদানুসৰণে --
বঢ়ায় মনৰ বল ।।

সময় থাকোতে, ইকথা বুজিলে --
মানুহ অমৰ হয় ।
জন-সমুদ্ৰৰ, এটি ঢৌৱেও --
সুবিশাল ৰূপ লয় ।
জীৱনে ফুলাই, সিসবৰ বাবে --
ঋতুজয়ী শতদল ।



## গীত

(বিচিত্ৰ)

### ।। সপোন সপোন, মধুক্ষণ বোৰ .... ।।

সপোন সপোন, মধুক্ষণ বোৰ,
কালত বিলীন হ'ল ।
মন মানসত, স্মৃতিৰ উৰ্ম্মি,
এটি দুটি মাথোঁ ৰ'ল ।।

আচহুৱা এটি, জীৱন আহিলে,
কেতিয়া গমকে নেপালোঁ ।
জীৱন-পথৰ, দুয়োকাষে ফুলা,
তলসৰা ফুল বোটলোঁ ।
নাই নাই ক'তো, উলহ-মালহ,
জীৱনৰ জীয়া ধল ।।

জীৱনৰ এই ভাটি বেলা পাই,
এবাৰ উলটি চাওঁ ।
কিনো দিলোঁ কাক, কিনো পালোঁ কাৰ,
ৰিণি ৰিণি দেখা পাওঁ ।
এয়া ক্ষণিকৰ, মন আকাশৰ,
চন্দ্ৰমা সুবিমল ।।



## গীত

(বিচিত্র)

## ।। অতীত আৰু বৰ্তমানৰ ....... ।।

অতীত আৰু বৰ্তমানৰ –
নাই কোনো সীমা ৰেখা ।
শতিকা বছৰ মাহ দিন ক্ষণ --
সকলো কৃত্ৰিম লেখা ।।

সময়-দিগন্ত, অসীম অনন্ত,
জুখিব নোৱাৰি যাক ।
সকলো জীৱন, এই সময়ৰে --
মাথোঁ এটি সৰু ভাগ ।
জাগতিক গতি, যদিহে স্থবিৰ,
সময়-গণনা মিছা ।।

পোহৰ-আন্ধাৰ, দিন আৰু ৰাতি --
দুটি ৰূপ সময়ৰ ।
অন্য এটিৰূপ, সীমিত গণনা,
সজীৱ এটি জীৱনৰ ।
সজীৱ-জীৱন, আন্ধাৰ-পোহৰ
সময়ৰ ৰূপ-ৰেখা ।।



## গীত

(একক/বৃন্দগীত)

## ।। মানৱীয় চিন্তাৰ উত্তৰণ ....... ।।

মানৱীয় চিন্তাৰ উত্তৰণ,
ফলশ্ৰুতি ছপাশাল, পুথি প্ৰণয়ন,
যাৰ সংৰক্ষণ অতি প্ৰয়োজন,
সভ্যতাৰো গতিপথ, অনুধাৱন ।।

জ্ঞান-শক্তি মহাশক্তি, পুথিৰ পাতৰ,
দূৰ দিগন্তে যায়, এই জগতৰ --
এৰি অহা অতীতৰ, বৰ্ত্তমানৰ,
অনাগত যুগ যুগ ভৱিষ্যতৰ,
সুৰক্ষিত হয় এয়া, গ্ৰন্থাগাৰত --
নৱ প্ৰজন্মৰো জ্ঞান আহৰণ ।।

পুথিৰ সমষ্টি, গ্ৰন্থাগাৰ নহয় --
যদি নাই পঢ়ুৱৈ, জ্ঞানৰ অন্বেষী,
পুস্তকআলয় জানো হয় গ্ৰন্থাগাৰ,
যদিও এয়া বহু পুথিৰ সমষ্টি ।
নতুন জ্ঞানৰ পুথি, সংগ্ৰহ ৰক্ষণ ।
গঢ়ো আমি গ্ৰন্থাগাৰ, জ্ঞান নিকেতন ।।



[নগাওঁ জিলাৰ জুৰীয়া অঞ্চলৰ দ-গাঁৱৰ 'ৰূপজ্যোতি প্ৰগতিশীল পুথিভঁড়াল'ৰ সোণালী জয়ন্তী (২০০৮ জানুৱাৰী) মহোৎসৱৰ স্মৃতিগ্ৰন্থ 'কোটোহা জ্যোতি'ত প্ৰকাশিত ।]

## গীত

(বিচিত্ৰ)

### ।। বহুদিন হ'ল, গাঁও এৰি থৈ ....... ।।

বহুদিন হ'ল, গাঁও এৰি থৈ,
নগৰ-নিবাসী হ'লো ।
গ্ৰাম্য জীৱনৰ, মোহনীয়া ছবি,
বহুতো পাহৰি গ'লোঁ ।।

চোতালত উৰা, জোনাকী পৰুৱা,
আন্ধাৰ নিশাৰ চাকি ।
তৰা তিৰ্‌বিৰ্, দূৰ আকাশতে,
ৰূপালী জোনাক ঢালি ।
ধিমিক ঢামাক, টিপ্ চাকিটিৰে,
ঘৰ খনি পোহৰালোঁ ।।

নাই নগৰত, এই বোৰ ছবি,
গাঁৱত থাকোতে পোৱা ।
নাই আহিনৰ, ধুনীয়া পথাৰ,
অনুপম সেউজীয়া ।
হিয়া-দিয়া-নিয়া, মৰম চেনেহ,
নগৰত হেৰুৱালোঁ ।।



## গীত

(বিচিত্ৰ)

### ।। কাৰোবাৰ পিতা, কাৰোবাৰ মাতা ...।।

কাৰোবাৰ পিতা, কাৰোবাৰ মাতা,
ককা-আইতা কাৰোবাৰ ।
বয়সে সিসবক কৰে গৃহহাৰা,
জীৱনত হাঁহাকাৰ ।।

জীয়াৰী জীৱনৰ, সামৰণি মাৰি,
ছোৱালী উলিয়াই দিলে ।
পুত্ৰ সৱেও, বিয়াবাৰু পাতি,
নিজে নিজে আঁতৰিলে ।
অকলশৰীয়া হ'ল পিতা-মাতা –
দুয়ো অশীতিপৰ ।।

ওৰে জীৱনৰ, সোণ সপোনৰ,
সংসাৰৰ ছবি খনি,
নদীৰ বালিৰ, কাৰেঙৰ দৰে,
হ'ল যেন ছাঁয়া ছবি ।
অশীতিপৰৰ, নতুন ঠিকনা –
বৃদ্ধ আৱাসৰ, আশ্ৰমৰ !!



## গীত

(বিচিত্ৰ)

### ।। আমি অধিবাসী, বৃদ্ধ আৱাসৰ ...... ।।

আমি অধিবাসী, বৃদ্ধ আৱাসৰ,
নাই যে আগৰ ঠিকনা ।
ডেকা বয়সৰ, ঘৰ সপোনৰ,
বালিঘৰ হ'ল কল্পনা ।।

ল'ৰা ছোৱালীৰ, নিজা নিজা ঘৰ,
আপোন পৰিয়ালেৰে --
বৃদ্ধ আৱাসৰ, 'আমি পৰিয়াল',
অচিনা চিনাকি জনেৰে ।
আমি আৱাসীৰ, বাবে অসহন --
পোৱা হেৰোৱাৰ বেদনা ।।

এয়া জীৱন আছিল আমাৰ
সপোনৰো অগোচৰ ।
নতুন যুগৰ, নতুন জীৱন,
যেন, পুৰণি মানুহৰ ।
মনৰ সুখৰ, অভাৱত ভোগা,
হয়তো জীৱন-যন্ত্ৰণা ।।



## গীত

(বিচিত্ৰ)

### ।। কত যে মানুহ পালোঁ .... ।।

কত যে মানুহ পালোঁ,
লগ জীৱনত ।
সকলোৰে পৰিচয়,
নৰ'ল মনত ।।

অনেকেৰে কথা পাতি,
কটালোঁ সময় ।
অনেকৰ নোৱাৰিলোঁ,
ল'ব পৰিচয় ।
বহুতক দেখা পালোঁ,
বহুতো দূৰত ।।

নিচেই কাষতে পোৱা,
মানুহো পাহৰোঁ ।
পাতি অহা কথাবোৰো,
যেন, নোসোঁৱৰোঁ ।
বহু 'চিনাকি' মুখ, বহুতো দূৰত,
প্ৰতিচ্ছবি ভাঁহে কিয়, মন দাপোণত ।।



# গীত

(বিচিত্ৰ)

## ।। দেখিছানে ফুলনিবোৰ, সাগৰ ত'লিৰ ...।।

দেখিছানে ফুলনিবোৰ,
সাগৰ ত'লিৰ ?
নানাৰঙী ফুলবোৰ,
মহা জলধিৰ ??

সাগৰৰ ত'লি খনি,
কোনেনো চহালে ?
বিধে বিধে ফুল গুটি,
কোনেনো সিঁচিলে ?
তত্ব ভেদিব কোনে –
এই ৰহস্যৰ !!

কত জাতি-উপজাতি,
'জীৱ' জগতত !
গ্ৰহ, নক্ষত্ৰ কত –
মহা আলোকত !
কাৰ সমীপে যাম, সমিধান ক'তে পাম –
'অৰ্থভেদ' লভিবলে, বিচিত্ৰ সত্যৰ !!



## গীত

(বিচিত্ৰ)

### ।। সাগৰৰ জল, যদিও শীতল..... ।।

সাগৰৰ জল
যদিও শীতল,
ত্ৰাসৰো মুকুতী আছে ।
শীতল সমীৰে,
ধুমহা ৰূপেৰে,
প্ৰলয়-নাচোন নাচে ।।

বিজুলী চমকে, আকাশ ধুনীয়া,
মৰণ বতৰা, তাৰে লগৰীয়া,
কতনা শিৰত, কত বিৰিখত –
মৰণৰ বান হানে ।।

লৱনু কোমল, প্ৰেমৰ প্ৰতিমা
নিষ্ঠুৰা, পাষানী হ'ব পাৰে ।
হোম শলিতাৰ, পুত অগনিয়ে,
কতনা চগাক, পুৰি মাৰে ।
বিশ্ব বীণাৰ, মধুৰ সুৰত –
বিষাদৰো সুৰ বাজে ।।



৪৪

## গীত

(বিচিত্ৰ)

### ।। আমন জিমন কৰি, অ' ভাই ..... ।।

আমন জিমন কৰি, অ' ভাই --
আমন জিমন কৰি ।
কিনো লাভ হ'ব বাৰু,
থাকিলে ভাই বহি, হে'ৰ থাকিলে ভাই বহি ।।

এৰি দিয়া শৰ এপাত,
ঘূৰাব নোৱাৰি ।
নহয় নোকোৰা হে'ৰ –
কোৱা কথাষাৰি ।
ভাই, আগপাচ নুগুনি,
ভাই, পৰিণাম নুবুজি ।।

'তেওঁ'ৰ খং উঠিলে, 'তই' --
মনে মনে ৰ'বি ।
খঙৰ কাৰণ বোৰো 'তই',
নিৰলে ভাবিবি ।
খৰিয়ালে ভাঙে ঐ, সুখৰ কাৰেং,–
আৰু কাৰেং পৰে খহি, অ' ভাই অকালতে খহি।।



## গীত

(বিচিত্ৰ)

### ।। আশাৰ সপোন, দেখিছোঁ যেতিয়া....।।

আশাৰ সপোন, দেখিছোঁ যেতিয়া,
সফল ৰূপে হাঁহিব ।
আকাশত মেঘ জমিছে যেতিয়া –
বৰ্ষা নিশ্চয় আহিব ।।

ফুল ক'লিবোৰ,
ধৰিছে যেতিয়া,
সময়ত নিজেই ফুলিব ।
পৰাগ পাপৰি,
চৌপাশ ভ'ৰি –
মধুৰ সুৰভি বিলাব ।।

সকলো কামৰ, আছে ফলাফল,
এয়া সৃষ্টিৰ নীতি ।
ইয়াকে অনেকে, নেভাবি নুবুজি,
কৰিছে বিপথে গতি ।
শেষ যে ইয়াৰ, হ'বই এদিন –
আকৌ জগতে হাঁহিব ।।



## গীত

(বিচিত্ৰ/জীৱন চিত্ৰ)

### ।। বানাক্ৰান্ত, আমি বানাক্ৰান্ত ....।।

বানাক্ৰান্ত, আমি বানাক্ৰান্ত,
মানুহ আমাৰ যেন 'নাম' মাত্ৰ ।
বছৰি বানত উটো,
কৰোঁ তাৰ প্ৰতিবাদো,
বান শুকাই গ'লে --
পাহৰি পেলাওঁ যত, দুখ কষ্ট ।।

প্ৰতিবাদ, প্ৰতিকাৰ,
বান ৰোধৰ --
হ'ব লাগে 'মাৰিবলে --
সময়ৰ শৰ' ।
বান ৰোধৰ এয়া, মহামন্ত্ৰ ।।

সেয়ে, নহ'লে আমি,
বানতে উটিম ।
বানৰ কৃপাতে আমি,
সাগৰো দেখিম ।
ৰাইজ ৰজা হোৱা এয়া, গণতন্ত্ৰ !!



## গীত

(বিচিত্ৰ/জীৱন চিত্ৰ)

### ।। জীয়া ধলৰ, পাৰত আমি .... ।।

জীয়া ধলৰ, পাৰত আমি,
বানত উটি যাওঁ ।
বছৰে বছৰে বানত,
ৰাইজে কক্‌বকাওঁ ।।

নদীৰ কাষৰ মথাউৰি,
হয় বালিৰ বান্ধ্ ।
ওথ আশ্ৰয়ৰ স্থলও,
যেন মৰণৰ ফান্দ্ ।
জীয়া ধলে ভাঙে আমাৰ —
মৰমৰে গাওঁ, আমি ৰাইজ কলৈ যাওঁ !!

কোৱা শুনো চৰকাৰে, দিয়ে কৌটি টকা,
ভেটা ৰখা উদে বোলে, দিয়ে ডকা-হকা,
কলগছো মাটি হয়, বালিৰ বস্তা শিল,
বাঁহৰ খুটিত শাল কাঠৰ, হিচাপত হয় 'বিল'
নদীবোৰে গড়া খহাই, ৰাইজক সকীয়াই—
প্ৰতিকাৰৰ কিবা উপায়, কিজানিবা পাওঁ !!



## গীত

(বিচিত্ৰ/জীৱন চিত্ৰ)

### ।। চোৱাঁচোন পশ্চিমৰ আকাশলে ....।।

চোৱাঁচোন পশ্চিমৰ আকাশলে –
উঠে ক'লা মেঘ ওপৰলে,
নেলাগে যাবচোন মাছলে –
ধুমুহা বৰষুণ আহিব !!

টুলুঙা নাৱৰে টিঙতে,
ভৰা লুইতৰে বুকুলে,
নেযাবা এনুৱা বেলাতে, –
পাৰিম লঘোনে থাকিব ।।

ঘৰে ঘৰোৱালে দুদিনে,
আছে সকলোটি লঘোনে,
নুশুনিলে বাধা 'কলীয়া'ই –
মাছ-পুঠি ধৰি বেচিব ।।

ধুমুহা বৰষুণ আহিলে,
'কলীয়া'ৰ নাওঁখনি বুৰিলে,
তেওঁ আৰু ঘূৰি নাহিলে –
'কলী'য়ে জীৱনটো কান্দিব ।।



## গীত

(বিচিত্ৰ/জীৱন চিত্ৰ)

### ।। ধুমুহা বৰষুণ, ওন্দোলাই আনিছে ... ।।

ধুমুহা বৰষুণ,
ওন্দোলাই আনিছে,
মাছলৈ নেযাবা ‘ধন’ ।
‘চেনাই’ৰ হকাবাধা,
‘ধনে’ নেমানিলে,
লুইতৰ বুকুলৈ,
নাওঁখনি মেলিলে,
ঘৰত নাই খুদেকণ্ ।।

লুইতৰ বুকুতে,
মাছ্ মাৰি থাকোতে,
টুলুঙা নাৱঁতে,
ধুমুহাৰ মাজতে,
লুইতত বুৰিলে, ‘ধন’ৰ নাওঁখনি –
নৈতে হেৰালে ‘ধন’ ।।

‘চেনাই’কে দি গ’ল, খুদকণৰ সলনি –
বাউলী বিষাদী মন, কান্দিবলে আজীৱন ।।



৫০

# গীত

(বিচিত্ৰ)

## ।। সজাওঁ জগত, এখনি ঘৰ....... ।।

সজাওঁ জগত, এখনি ঘৰ,
আমি গীত গাও মিলনৰ,
তমসা বিনাশি, কৰোঁ আৱাহন –
মাথোঁ পোহৰৰ পোহৰৰ ।।

আমাৰ গীতৰ অন্তৰা,
চেনেহ কৰুণা 'মানৱতা',
যেন সকলোটি সহোদৰ,
সকলোটিৰে এখনি ঘৰ,
নাই ভেদাভেদ, আপোন পৰ,
সমভাগী নিতে, সুখ-দুখৰ ।।

সকলোকে ভালপাব পৰা,
খিয়লা-খিয়লি পৰিহৰা,
শিকনি সকলো ধৰমৰ,
ইয়াৰেই নাম মানৱতা,
নহওঁ, নহ'ম আমি নুবুজা।
আমি গীত গাওঁ মৰমৰ; আমি গীত গাওঁ মিলনৰ।।



## গীত

(বিচিত্ৰ)

### ।। নিয়ন 'লাইট'ৰ, পোহৰে কি কৰে .... ।।

নিয়ন 'লাইট'ৰ, পোহৰে কি কৰে,
মনৰ আন্ধাৰ নাশিবলে ।
মধুৰ গীতৰ, সুৰে কি কৰিব,
বেজাৰেৰে ভৰা মনটিৰে ।।

সুখৰ আৱাস, নহ'বও পাৰে,
ধুনীয়া অট্টালিকা ।
হয়তো নহয় —
সোৱাদ লৱনু,
নহ'লে মনটি মিঠা —
মনেৰে বিচৰা সুখেৰে ।।

ৰূপ চকামকা, বাহিৰত দেখা,
ভিতৰি সুকীয়া ৰূপ ।
হাঁহিৰে ফুলাম, ওঁঠ দুপাহিও,
হয়তো দুখৰ অন্ধকূপ —
মনো বেদনাৰ বোজাৰে —
গোপন দুখেৰে, দুখেৰে ।।



## গীত

(বিচিত্ৰ)

### ।। কণ্‌মানি অ', মৰম লগা টোকোৰা চৰাই.....।।

কণ্‌মানি অ', মৰম লগা,
টোকোৰা চৰাই ।
ওখ গছত, বাহ সাজি,
ৰাখ ওলোমাই ।।

জোঙা জোঙা, অকণ অকণ,
তইঁতৰ ঠোঁটবোৰ ।
পাকৈত তইঁত, বাহ সজাত,
যেন, নিপুণ কাৰিকৰ ।
নিৰাপদে বাহত থাক,
বিপদ আপদ নাই ।।

তামোল, খেজুৰ, নাৰিকলৰ,
পাত চিৰি আনি –
বাহ সাজি, ডাঙৰ কৰ,
তইঁতৰ পোৱালী ।
এনেকৈ বাহ সাজিবলৈ,
কোনেনো শিকায়, হেৰ' কোনেনো শিকায় !!



## গীত

(বিচিত্ৰ)

### ।। আকৌ আহিল এটি, নতুন বছৰ ....।।

আকৌ আহিল এটি,
নতুন বছৰ ।
যেন এটি দেৱ শিশু,
কালৰ গৰ্ভৰ ।।

ক্ষণে ক্ষণে, পলে পলে,
বিকশিত হৈ,
শেষ হয় দিন এটি,
কালৈকো নৰৈ ।
যেন 'জীৱন' এটি —
জীৱ প্ৰৱাহৰ ।।

সময় অমূল্য ধন,
জীৱনো যি দৰে ।
নুবুজিলে এই কথা –
বিফল দুয়োৰে ।
কেতিয়ানো বুজো অৰ্থ –
এই তত্ত্বৰ ।।



## গীত

(বিচিত্ৰ/জীৱন চিত্ৰ)

### ।। নগৰৰে, অলিয়ে-গলিয়ে, তহঁত থাক... ।।

নগৰৰে অলিয়ে-গলিয়ে,
তহঁত থাক ।
ৰাজমিস্ত্ৰী নাম তহঁতৰ --
অট্টালিকা সাজ ।।

হাড়ক মাটি, তেজক পানী --
কৰি, কৰ কাম ।
মালিকহঁতে দিয়ে জানো,
শ্ৰমৰ আচল দাম !
এনেকৈয়ে কেনেকেনো --
জীৱন কটাব !!

তাজমহল, তলাতল ঘৰ,
তহঁতি সাজিলি ।
তাৰ পুৰস্কাৰ ৰূপে --
মৰণহে মাতিলি !
মাৰ বান্ধি, বুকু দাঠি, যদিহে নেজাগ --
তহঁতৰে প্ৰাপ্যখিনি, কদাপি নেপাব !!



## গীত

(বিচিত্ৰ)

### ।। সকলোৱে কয়, 'তেওঁ' আৰু নাই....।।

সকলোৱে কয়, 'তেওঁ' আৰু নাই !
তথাপি নেমানে মনে ।
আহিব আহিব বুলি বাট চাই –
থাকে প্ৰতিক্ষণে ক্ষণে ।।

'নেইলী'য়ে বিচাৰে, 'গ্ৰীট্‌ছেংকোক' –
'সুস্মিতা'ই 'সঞ্জয়'ক ।
কিজানিবা দুয়ো, আছে পৃথিৱীতে,
বিচাৰিলে পাব লগ ।
বুজিও নুবুজে, শোকাকুল প্ৰাণে –
এৰি গ'ল প্ৰিয়জনে ।।

ৰাঙলী বুঢ়ীৰ, আচলৰ ধন,
আছিল স্বাধীন চিত্‌ ।
ৰঙামুৱা বীৰ, ৰণত পৰিল –
জামুগুৰি চাপৰিত ।
ৰণৰ থ'লিত, বিচাৰে বুঢ়ীয়ে –
দেহাটি নেপায় মানে ।।



## গীত

(বিচিত্র)

### ।। ছয় আগষ্ট, হিৰোচিমাই ........ ।।

ছয় আগষ্ট, হিৰোচিমাই --
মনত পেলায় নিষ্ঠুৰতাৰ !
সুন্দৰ এখন, মহানগৰ --
সমাধিস্থল মানৱতাৰ !!

এখন দেশে, এখন দেশৰ,
স্বাধীনতা হৰণ কৰাৰ !
হয় জানো, সত্য কথাত,
প্ৰগতিৰ নাম, সু-সভ্যতাৰ ??

হিৰোচিমা, সাক্ষী তুমি --
সমৰ শক্তি বৰ্বৰতাৰ !
নিৰীহ লোকক অকাৰণে,
হত্যা কৰাৰ আদিমতাৰ !!

দেশৰ সীমাৰেখা অঁকাৰ,
'তত্ত্ব' নহয় হিৰোচিমাৰ !
এই সোঁৱৰণ বিশ্বজোৰা --
শান্তি প্ৰেমৰ আকুলতাৰ !!



## গীত

(বিচিত্ৰ)

### ।। স্বদেশৰ বিদেশৰ, সমগ্ৰ বিশ্বৰ ....।।

স্বদেশৰ বিদেশৰ, সমগ্ৰ বিশ্বৰ –
মহান বিধায়ক, হে লেখক !
তোমাৰ ৰচনা, বিঘিনি বিনাশি,
শান্তিৰ বতৰা বাহক ।।

তোমাৰ তুলিকাৰে, সৃষ্টি-ধাৰাৰে,
মৈত্ৰী-প্ৰীতি জগোৱা ।
মানুহে মানুহৰ, সুখ দুখ বুজা,
সবাৰো হৃদয় সজোৱা ।
হে প্ৰীতি-প্ৰাণ, শিল্পী মহান,
তুমি যে জননায়ক ।।

তোমাৰ চিনাকি, দেশৰ সীমাৰে –
ভাষাৰে নোৱাৰি দিব ।
তোমাৰ কালজয়ী, কাব্য-ধাৰাহে,
তোমাৰ পৰিচিতি হ'ব ।
অমানৱীয় আন্ধাৰ বিনাশি –
হোৱাহে জ্যোতি-ধাৰক ।।



['Writers are the legislators of the Universe'.]

## গীত

(বিচিত্র)

### ।। চিতাৰ অগনি, মৃতকে নবুজে...... ।।

চিতাৰ অগনি, মৃতকে নুবুজে,
প্ৰাণহীন এটি দেহ ।
সযতনে ৰখা, দেহাটিৰ এয়া --
কি যে সকৰুণ শেষ !!

আন্ধাৰ কিমান, বিভীষিকাময়,
পোহৰে কেনেকে ক'ব !
মুকবধিৰ, গোপন বেদনা --
কোনে বাৰু বুজি পাব !
নলয় কোনোৱে লেখ !!

সৃষ্টিৰ এয়া, বেদনা সিক্ত,
এটি দুটি মাথোঁ কথা ।
ইয়াকে আমি, বুজিও নুবুজোঁ,
সেয়েহে ইমান লেঠা ।
ইজনে-সিজনে, বেদনা বুজাৰ,
সকলোৰে ঘৰ, আশা-ভাষাৰ,
হ'বনে আমাৰ দেশ !!



## গীত

(বিচিত্ৰ)

### ।। দিখৌৰ থিয় গড়া, বগাব নোৱাৰা ......।।

দিখৌৰ থিয় গড়া, বগাব নোৱাৰা,
পানীৰো কজলা বোল ।
সোঁতে সোঁতে উটে, কেকুলৌ পৰুৱা,
নোৱাৰি আনিব জল ।।

দিখৌত ওলাই হেনো,
আয়ে কোৱা শুনো,
ঘৰিয়ালো মাজে মাজে ।
নদীত নামিলে,
মানুহ টানি নিয়ে,
আৰু চোন ওলায়েই নাহে ।
এনেবোৰ ঠাইলে, কিয় বিয়া দিলা,
নমালা দুখৰে ধল ।।

দিখৌ নৈপৰীয়া, জীৱন আচহুৱা,
হেৰাই মোৰ, মনৰে বল ।
ৰাধিকাৰ যেনেকৈ, কঁপিছিলে হিয়া –
দেখি যমুনাৰে জল ।।



## গীত

(বিচিত্ৰ)

### ।। অ' শালিকী, তই খালি কি ...? ।।

অ' শালিকী,
তই খালি কি ?
কোনে খবৰ ল'ব ?
পুৱাই উঠি,
চাউল মুঠি,
কোনেনো তোক দিব ??

মোক দেখিলে,
তইঁত হালেই,
কিয় কাষলে আহ' ?
মৰম কৰোঁ, মই তইঁতক --
নিশ্চয় বুজি পাব ??

আছে তইঁতৰ, বোধ শকতি,
মানুহত কৈ বেছি !
এই শিকনি, মই পালোঁ --
তইঁক হালক দেখি ।
মৰমতে সেয়ে মোলৈ, জুমি জুমি চাব !!



## গীত

(বিচিত্ৰ)

### ।। মই এডালি ধূপ কাঠি .......... ।।

মই এডালি ধূপ কাঠি,
নিজে পুৰি ছাই হৈ –
সুবাস বিলাওঁ ।
পূজাৰ শেষত,
পেলনীয়া হৈ –
নিজে নিজে শেষ হৈ যাওঁ ।।

পূজা আৰম্ভিলে, মোৰ দেহত,
অগনি জ্বলাই দিয়ে ।
মোৰ যেন জীৱনাহুতিয়ে,
আনৰ বিঘিনি হৰে ।
সেয়েহে মই, আত্ম দানতো –
পৰম তৃপিতি পাওঁ ।।

সকলো মানুহে, কেতিয়া শিকিব,
জনকল্যাণ কেতিয়া চিনিব,
ত্যাগৰ মহিমা, কেতিয়া বুজিব,
মই মাথোঁ বাট চাওঁ, ছাই হৈয়ো বাট চাওঁ ।।



[illegible]

## গীত

(বিচিত্ৰ)

## ।। প্ৰথম চিনাকিতে মই .........।।

প্ৰথম চিনাকিতে মই,
প্ৰথম দেখাতে,
ধৰিছিলোঁ এটি 'সমধ' —
নীৰৱ ভাষাতে ।।

জনাতো নাছিলোঁ মই,
পুৰণি 'সমধে'—
বাধাৰ প্ৰাচীৰ সাজি,
দিব নিমিষতে !
কামনাৰে অঁকা ছবি,
মচি পলকতে !!

পুৰণিত নতুনে দিয়ে,
নতুন জীৱন ।
নৱ কামনাই সানে,
নতুন ৰহণ ।
সমাজৰ ইয়াত বাধা,
মনে যে নেমানে !!



## গীত

(বিচিত্র)

### ।। মোৰ ভাল লাগে, তোমাক দেখিলে .... ।।

মোৰ ভাল লাগে, তোমাক দেখিলে,
অভিমানী ৰূপ লোৱা ।
মুকুতাৰ দৰে, অশ্রুৰ টোপাল,
হ'ৰিণী চকুৰে বোৱা ।।

ভাল লাগে মোৰ, হাঁহিৰে বোলোৱা,
তোমাৰ মু'খনি চাই ।
ইমান ধুনীয়া, মোৰ বাবে আৰু,
নাই, একো নাই নাই।
এই ক্ষণ বোৰ, জীৱনত মোৰ,
শীতৰ ৰ'দালি পুৱা ।

তুমি যেতিয়া, জোৰণত দিয়া,
মুগাৰ পাটৰ সাজ ।
আ-অলংকাৰ, পৰিধান কৰি,
দেহে মনে সানা, ৰূপৰ ৰহণ –
ন-কইনাৰ লাজ ।
মোৰ বাবে যেন এয়া, 'হেৰোৱা ৰতন পোৱা' ।।



## গীত

(বিচিত্ৰ)

### ।। অ' বৌটি, মৰম-সনা ..... ... ।।

অ' বৌটি –

মৰম-সনা তোমাৰ চিঠি পালোঁ ।
আই তোমাৰ,
চেনেহী মুখ, চিঠিতে দেখিলোঁ ।।

নতুন ঘৰৰ সকলোৱে,
মৰম দিছে মোক ।
ওপজা-ঘৰ এৰি আহি,
মোৰ হে মনত দুখ ।
মনে মনে চিঠিত লিখি
এই কথা জনালোঁ ।।

ঘৰলৈ মোৰ উৰা মাৰে --
মনটোৱে সদায় ।
সন্ধিয়া বাহলে উৰা --
চৰাই দেখা পাই ।
ঘৰৰ চিঠি ঘনাই পোৱাৰ –
আশাৰে বাট চালোঁ ।।



## গীত

(বিচিত্ৰ)

### ।। দৰাৰে ঘৰৰে, মাহ হালধিৰে ..... ।।

দৰাৰে ঘৰৰে, মাহ হালধিৰে,
নোৱালে বেইৰে তলত ।
কোলাকৰি আনি, থলে ভিনিদেৱে,
কন্যাক মৰলৰে কাষত ।।

কন্যা চম্পাৱতীৰ, সখী পদ্মাৱতীৰ,
সু-পুৰুষ কপালত ।
তেওঁ চম্পাৱতী, যেন নহয় সুখী,
মনে কান্দে বেজাৰত ।।

সজাইছে সখীয়ে, বস্ত্ৰ অলংকাৰে,
সেন্দুৰৰ ৰেঘা শিৰত ।
যেন চম্পাৱতী, হ'ল অপেশ্বৰী,
জিলিকিলে দাপোণত ।।

এনুৱা পৰতে, মন কেনেকুৱা,
ছোৱালীৰে জীৱনত ।
সখীহে নেলাগে, কোনেও নেজানে,
দাপোণত কন্যা-ৰূপত ।।



## গীত

(বিচিত্ৰ)

## ।। উলিয়াই দিলে মোক.......... ।।

উলিয়াই দিলে মোক,
বাহি বিয়াৰ পুৰা,
বৌটিয়ে দুৱাৰ ধৰি ।
দুমুঠি চাউল লৈ, ছটিয়াই চাললৈ,
ঘূৰি নোচোৱাকৈ, এবাৰো পিচলৈ,
আইৰে ঘৰ আহিলোঁ এৰি ।।

নহয় মোৰ চিনাকি,
জীৱনৰ লগৰী,
যদিও কাষতে বহা ।
ত্ৰিগুণ গাঁঠিৰে, দুয়োজনকে,
তেতিয়াও আছে বন্ধা ।
হোমৰ গুৰিতে, ওৰণিৰ তলতে,
দেখিলোঁ দুখনি ভৰি ।।

শাহু আয়ে ল'লৈ, আদৰি সাদৰি,
লখিমী বোৱাৰী বুলি ।
আয়তি সকলে, মঙ্গল উৰুলিৰে --
চেনেহেৰে আঁকোৱালি ।। ।।



## গীত

(বিচিত্ৰ)

### ।। কেনেকৈ এৰি থৈ , যাওঁ মোৰ ..... ।।

কেনেকৈ এৰি থৈ,
যাওঁ মোৰ সখী ঐ,
এইখন ওপজা ঘৰ ।
অচিন ঘৰলৈ, ওলাইছোঁ যাবলৈ,
(যেন), আপোনক কৰি পৰ ।।

সেয়েহে দুধাৰে,
চকুলো বাগৰে,
আজি মোৰ বিবাহৰ বেলা ।
উচুপি উচুপি, নীৰৱে গুণিছোঁ –
ইনো কি বিধিৰে লীলা ।
কেনেকৈ থাকিম গৈ,
আই বোপাইক এৰি থৈ,
চেনেহৰ সহোদৰ ।

এই নিয়ম আজি,
বুজিও নুবুজোঁ,
মানুহৰ সমাজৰ ।।



## গীত

(বিচিত্র)

### ।। মৌসনা মাত, ইমান শুৱলা ..... ।।

মৌসনা মাত, ইমান শুৱলা,
দুপাহি নয়ন, জ্যোতিৰে উজ্বলা,
নতুন সাজেৰে, নিজকে সজালা,
মোৰ পৰাণৰে, চিনাকি জন ।।

সাত সাগৰৰে, সিপাৰতে,
জ্ঞানৰ মুকুতা, বোটলোঁতে,
ৰঙীন আশাৰে, পৰাণ উপচা,
সোঁৱৰি তোমাৰ, বিদায়ী পণ ।।

সাগৰ পাৰহৈ, আহিলোঁ উলটি,
তোমাৰ ছবিটি, বুকুতে সাৱটি,
দেখিলোঁহি চোন, নতুন ৰূপত,
কাষতে বহিছে, অচিন-জন ।।

নালাগে নক'বা, ইয়াৰ কাৰণ,
মধুময় হওক, তোমাৰ জীৱন,
মই চাই ৰ'ম, দূৰে দূৰে ৰৈ,
পাহৰি সোঁৱৰি, অতীত পণ ।।



## গীত

(বিচিত্ৰ)

### ।। ইমান ধুনীয়া, দুপাহি নয়ন .... ।।

ইমান ধুনীয়া, দুপাহি নয়ন,
নাই, ক'তো দেখা নাই ।
ইমান শুৱনি, লাৱনি-মু'খনি,
সুষমাৰে উপচায় ।

পৰাণৰ চিৰ চেনেহী নিজৰা,
মন আকাশৰ, মেঘালী-বতৰা,
এটি অপলক, চাৱনি ৰূপেৰে,
অজানিতে বৈ যায় ।।

অজান বেথাৰ শিহৰণে,
মৰম উপচা মধুক্ষণে,
উদয়াচলৰ, অৰুণ বোলেৰে,
মনৰ আকাশ পোহৰায় ।।

এই অনুভূতি, অতি পুৰাতন,
মনৰ গোপন, অমূল্য ৰতন,
কালজয়ী কলা-কাব্যৰ সমল,
ইতিহাসে সোঁৱৰায় ।।



৭৩

## গীত

(বিচিত্ৰ)

## ।। যদিও মধুৰ শব্দ চয়ন .........।।

যদিও মধুৰ শব্দ চয়ন,
অতি মৌসনা মাত ।
দূৰৰ পাহাৰ, যদিও চিকুন –
খলা-বমা আছে তাত ।।

কোৱা-ভাতুৰিৰ, ক'লা বুকুখনি,
ৰঙীন ৰঙেৰে ঢকা ।
কোনেও নেদেখে, কাৰ পৰাণত,
কাৰণো ছবিটি অঁকা ।
পৰুৱাই পোৱা, মই বাটৰুৱা –
নেপাওঁ বাটৰ আঁত ।।

যদিও দেখিছোঁ, সুনীল আকাশ,
আকাশৰ ৰং নাই ।
মৰুৰ বুকুৰ, মৰীচিকা খেদি –
পায় জানো কোনোবাই !
সেইবাবে মই, মৌন পথিক --
ভুল কৰি ক'ৰবাত ।।



## গীত

(বিচিত্ৰ)

### ।। পলাশ ৰঙীন ওঁঠ দুটি যেন ......।।

পলাশ ৰঙীন ওঁঠ দুটি যেন,
নিয়ৰ সিক্ত দুপাহি ফুল ।
নয়নৰ মণি, মধুৰ চাৱনি,
এখনি সাগৰ নেদেখি কূল ।।

মেলা চুলিটাৰি, শাওণী মেঘালী,
যেন মন ময়ুৰীৰে, চালি-বৰ্ণালী,
ৰূপ-ছন্দেৰে, জীৱন বিৰিখ –
সুশোভন এক হৈ স্বৰ্ণালী –
কৰি চৌদিশ্ আমোল মোল ।।

প্ৰাণত আশাৰ, ফাগুনী পৰশ,
ভাষাত কোকিল কণ্ঠ ।
গতিত পাহাৰী,
নাচনী জুৰিটি –
খোজে খোজে ৰচি ছন্দ ।
তুমি অপৰূপা, অসীম ৰূপৰ –
তিলোত্তমা তুমি, ৰূপৰ থুল ।।



## গীত

(বিচিত্ৰ)

### ।। কপাহী শুকুলা, সাজেৰে...... ।।

কপাহী শুকুলা,
সাজেৰে সজালা,
কপালতো ফোঁট নাই ।
নাই খাৰু, মণি,
উকা কাণ-ডিঙি,
দেখি দুখ লাগি যায় !!

ওঁঠত নিজিলিকে,
হাঁহিৰ বিজুলী,
খোঁপাতো নিপিন্ধা,
কপৌ-তগৰ পাহি,
দীঘল চুলিটাৰি, আজি নেমেলোৱা
দাপোণত মুখ চাই ।।

কামনা-বাসনা, সকলো তেজিলা,
সকৰুণ বেশে, নিজকে সজালা,
শূন্যতাৰে ভৰা, তোমাৰ জীৱন –
প্ৰাণৰ দেৱতা নাই ??



## গীত

(বিচিত্ৰ)

### ।। যি পোৱা নাই, তেওঁ বুজা নাই ..... ।।

যি পোৱা নাই,
তেওঁ বুজা নাই,
পাই হেৰুৱাৰ বেদনা ।
যিজনে নুশুনে,
ধাৰণা কৰিব,
সপ্ত সুৰৰ মূৰ্ছনা ।।

পোৱা হেৰোৱাৰ,
অসহন শোকে –
জীৱন দুখৰ কৰে ।
গুপুতে গুপুতে,
পলে-অনুপলে –
কি যে নিকৰুণ যাতনা ।।

নোপোৱাই ভাল,
যদিহে হেৰায় –
নকৰোঁ পোৱাৰ কামনা,
নকৰোঁ পোৱাৰ কামনা ।।



## গীত

(বিচিত্ৰ)

### ।। মই এটি তৰা, দীপ্তি বিহীন হোৱা .... ।।

মই এটি তৰা,
দীপ্তি বিহীন হোৱা ।
ভ্ৰান্ত নাৱিক, মাজ সাগৰত –
দিশকে পাহৰি যোৱা ।।

মই তপত বালিত, মৰুৰ মাজত,
মৰীচিকা খেদি ফুৰোঁ ।
তৃষ্ণা কাতৰ, অঘৰীৰ দৰে –
মৰুৰ মাজতে ঘূৰো ।
মই আকণ্ঠ, জলৰ মাজতো –
যেন, নাই জল পোৱা ।।

ইমান আন্ধাৰ, মনৰ আকাশ,
এধানি পোহৰ নাই ।
নেজানো কেতিয়া, কোন জোনাকীয়ে –
আন্ধাৰ আঁতৰায় ।
হ'ব পাৰে সেয়া, অলীক কামনা,
অকাৰণে বাটচোঁৱা ।।



## গীত

(বিচিত্ৰ)

### ।। যিদিনা ফুলিলা, মন পদূলিতে ......।।

যিদিনা ফুলিলা, মন পদূলিতে,
সুবাসি শেৱালি হৈ ।
মই সজালোঁ, দুবৰি দলিচা,
মনে সযতনে থৈ ।।

অনাদি অলেখ, সময়ৰ লেখ,
অবিৰত অবিৰাম ।
জীৱনে জীৱনে, শেৱালিৰ পাহি,
মন পদূলিতে পাম ।
পিন্ধাম মৰম, নিয়ৰৰ মালা,
সাদৰে আদৰি লৈ ।।

নতুন ঋতুত, নতুন সাজত,
প্ৰকৃতি নতুন হয় ।
মোৰ মৰম নদীৰ, সুঁতি অবিৰত –
নিচিঙা ধাৰেৰে বয় ।
মইহে নেপাওঁ, মনৰ বতৰা
কাৰ বাবে থাকা বৈ ।।



## গীত

(বিচিত্ৰ)

### ।। মোৰ জীৱনৰ, উকা পথাৰৰ .... ।।

মোৰ জীৱনৰ,
উকা পথাৰৰ,
হ'বা জানো তুমি,
সেউজী বোল ?
মন বিৰিখৰ, শুকান ডালৰ,
মধু-সুবাসৰ, এপাহি ফুল ??

বেদনা কাতৰ,
ৰিক্ত জীৱন,
হ'বনে সিক্ত প্ৰাণেৰে ?
ধৰিবনে চালি,
মন ময়ূৰীয়ে,
বৰষা নমাৰ ক্ষণেৰে —
যাত্ৰা পথৰ আঁতৰি ভুল ??

পামনে পুনৰ,
মোৰ জীৱনৰ
সুৰ সাগৰৰ, হেৰোৱা কূল ??



## গীত

(বিচিত্র)

### ।।মাতিবৰ মন যায়, যেন চিনাকি .......।।

মাতিবৰ মন যায়,
যেন চিনাকি !
মোৰ মন ফাগুনৰ, কুঞ্জ বনৰ –
অচিন জোনাকী !!

আগেয়ে তোমাক, ক'তো দেখা –
মনত পৰা নাই ।
প্ৰথম দেখিয়েই কিয়,
মাতিবৰ মন যায় !
বুকু ভৰা, চেনেহ যচাৰ —
জাগে যে আশাটি ।।

মন নকৰা তুমি মোলৈ,
মই যে আছোঁ চাই ।
সুন্দৰৰে উপাসনাত –
কলুষতা নাই ।
জোন-জোনাকীৰ দৰে শুচি –
প্ৰাণৰে ভাষাটি ।।



## গীত
(বিচিত্ৰ)

### ।। প্ৰাণৰ দেৱতা মোৰ ............ ।।

প্ৰাণৰ দেৱতা মোৰ,
হে, মোৰ প্ৰাণৰ দেৱতা !
তোমাৰ পূজাৰ, আয়োজনে জ্বলে,
মোৰ যে জীৱন-শলিতা ।।

মোৰ হৃদয়ৰ, কুসুম বনৰ,
সুৰভিত যত ফুল,
প্ৰাণ কৰণিত, সজাই ৰাখিছোঁ --
ন'কৰিবা প্ৰিয় ভুল ।
মোৰ জীৱনৰ, সকলো তোমাতে --
তোমাতেই মই অৰ্পিতা ।।

মোৰ মন-মন্দিৰত,
নাই কোনো দেৱ,
তুমি হে প্ৰাণৰ দেৱতা ।
মোৰ অবিৰত পূজা,
মোৰ দেহ-মন --
তোমাৰ ৰূপেৰে ৰঞ্জিতা ।।



## গীত

(বিচিত্ৰ)

### ।। তোমাৰ চাৱনি, ইমান লাৱনি ........ ।।

তোমাৰ চাৱনি, ইমান লাৱনি
শৰত জোনালী স্নিগ্ধ ।
ৰূপৰ আঁকৰ, জোন-জোনাকৰ,
অপৰূপ মনমুগ্ধ ।।

কবিতা কবিতা, তোমাৰ ৰূপৰ,
তুলনা কিহেৰে দিওঁ !
শুনিলে তোমাৰ, কণ্ঠ মধুৰ,
সুৰৰ অমিয়া পিওঁ ।।
চপলা-সৰলা, যেন দেৱবালা –
(তুমি) এখনি কাব্য কুঞ্জ ।।

সুৰৰ নিজৰা, বিচাৰি ফুৰোঁতে,
তুমি অপলকে, চালা অযাচিতে,
মই যেন পালো, কামনা সফল,
এটি ৰূপৰ পুঞ্জ ।
সেই মায়াতে, মই যেন হ'লো –
আজীৱন কাৰাৰুদ্ধ !!



## গীত

(বিচিত্ৰ)

### ।। তোমাৰ পূজাৰ বাবে তোলা ফুল ...।।

তোমাৰ পূজাৰ বাবে তোলা ফুল,
কুঁকিতে ম'ৰহি গ'ল ।
যত উপচাৰ, তোমাৰ পূজাৰ,
সকলোটি পৰি ৰ'ল ।।

আবেগ মধুৰ, শত আৱাহন,
কামনাৰে ভৰা, কত নিবেদন,
ভ্ৰান্ত-মনৰ, সপোনৰ দৰে,
সকলো বিফল হ'ল ।।

বেদনাৰে গোৱা –
কেতেকীৰ গীত,
শুনো ৰাতি উজাগৰে ।
বুজনি নমনা, মোৰ দুচকুৰ –
অবুজ চকুলো সৰে ।
তোমাৰ পূজাৰ,
মোৰ দেৱ-লোক
সপোনতে উটি গ'ল ।।



## গীত

(বিচিত্ৰ)

### ।। কহুঁৱা-কোমল, তোমাৰ মুখ খনি ...।।

কহুঁৱা-কোমল,
তোমাৰ মুখ খনি,
অৰুণ ৰঙীন আভা ।
হ'ৰিণ হ'ৰিণ, দুটি নয়নত –
আকাশ অসীম শোভা ।।

আন্ধাৰ ক'লা,
চুলিত তোমাৰ,
শাওণী মেঘৰ ভাষা ।
যেন পৰাণত, বিলাই দিয়াৰ,
লাজুক লাজুক আশা ।।

কিযে কোকিল, কণ্ঠ তোমাৰ,
ৰাতিৰ বাঁহীৰ সুৰ ।
মৰম-ভৰা হৃদয় খনি –
সপোন সুমধুৰ ।
কি নামেৰে, মাতিম তোমাক,
কোৱা হে'ৰা অপৰূপা !!



## গীত

(বিচিত্ৰ)

### ।। তোমাৰ হাঁহি, ফুলৰ পাহি .....।।

তোমাৰ হাঁহি,
ফুলৰ পাহি,
সুৰভিৰে ভৰা ।
তোমাৰ কথা,
ইমান মিঠা,
মৰম নিয়ৰ সৰা ।।

নয়ন দুটি,
ৰূপৰ জ্যোতি,
অজান দেশৰ পৰা ।
চুলিৰ আঁৰত,
দেহৰ সাজত –
জ্বলে অযুত তৰা ।।

তোমাৰ মনৰ, ফাগুন বনৰ,
বাসন্তী বতৰা ।
কাৰ জীৱনৰ, কাম্যক্ষণৰ,
মনৰ আন্ধাৰ হৰা, ৰূপত ৰহণ চৰা !!



## গীত

(বিচিত্ৰ)

### ।। কিয় জানো তোমাক ইমান, আপোন ... ।।

কিয় জানো তোমাক ইমান –
আপোন আপোন লাগে ।
জীৱনৰে মধুৰ নিশাৰ,
অযুত সপোন জাগে !!

জীৱনৰে কামনাৰে –
আলফুলীয়া ক্ষণে,
হৃদয়ৰে ফাগুন-ৰঙীন –
সুবাস-কুসুম-বনে,
কিয় জানো ঘনে ঘনে –
মন আকাশত ভাঁহে !!

মনৰ কথা, তোমাক কোৱাঁৰ,
মোৰ যে উপায় নাই ।
মনৰ মণিকোঠাত সেয়া,
ৰাখিছোঁ সজাই ।
যাচিছোঁ প্ৰাণৰ প্ৰীতি –
গীতৰ ভাষাৰে ।।



## গীত

(বিচিত্র)

### ।। আছে তোমালৈ, অপাৰ মৰম .... ।।

আছে তোমালৈ, অপাৰ মৰম,
আলফুলে সাঁচি থোৱা ।
মনৰ পেৰাটি, খুণ্খাই থকা,
বহু কথা আধা কোৱা ।।

এয়া যচাৰ, পোৱাৰ জোখাৰে,
সময় তাকৰ অতি ।
এটিহে নেলাগে, বহু জীৱনতো,
নপৰিব যাৰ যতি ।
'অমৰ' সেয়েহে, নাম যে 'প্ৰেমৰ'
মৰণ বিজয়ী হোৱা ।।

বুজিব পাৰিবা, ইয়াৰ অৰ্থ,
হৃদয় যদিহে নিকা ।
আৰু সঁচালৈ, মিছাৰ ছলনা –
যদি তুমি নাই শিকা !
শুনানে 'তাজ'ৰ, অমৰ 'প্ৰেম'ৰ –
গীত অনু ক্ষণে গোৱা !!



## গীত
(বিচিত্ৰ)

### ।। এটি এটি দুটি মন ...... ।।

এটি এটি দুটি মন, যদি 'এটি' হয় –
আৰু দুখনি হৃদয় মিলি,
এটি পৰিচয়,
প্ৰতিটো পুৰাতে, যেন এটি উদয় –
সেই জীৱন-যুতি, সুখৰ আলয় ।।

এনে যুতি জীৱনৰ, সাধনাৰ ধন,
পোৱা যে নহয় এয়া –
কৰিলেই মন,
মৰম নিয়ৰে ধোৱা,
দুপাহি শেৱালি ফুল –
নহ'লে প্ৰণয় ।।

সঁচাকৈয়ে দুটি মনে, দুখনি হৃদয়ে,
সত্য বেদীত 'এয়া',
প্ৰাণেৰে বিচাৰে,
এই জীৱন যুতি, হয় প্ৰেমময়,
অমৰ চানেকি, 'বৃন্দাবন; তাজে' কয় !!





# গীত

(বিচিত্ৰ)

## ।। সেমেকা চকুৰ-কোণত যেতিয়া....... ।।

সেমেকা চকুৰ-কোণত যেতিয়া,
নিয়ৰ মুকুতা জমে –
আৰু তলমুৱা হৈ, সমুখতে থাকি,
ৰৈ থাকা মনে মনে –
মোৰ মন ভৰে বেজাৰেৰে ।
আৰু, গোপন-চকুলো সৰে ।।

মন কেতিয়াবা, ভুলৰ বাবেও,
বেজাৰত ভাগি পৰে,
সত্য যেতিয়া, পোহৰলে আহে,
আনন্দৰে বুকু ভৰে,
পলম যদিহে, এই আগমনী –
সংসাৰো আন্ধাৰে ।।

কথা বতৰাৰে, ভুল আঁতৰোৱা –
নহয় চকুলোৰে ।
আশাৰ সুখৰ, হ'ব সংসাৰ,
জীৱনৰো পলে পলে ।।



## গীত

(বিচিত্ৰ)

### ।।সিপাৰৰ চাপৰিত, মহঁৰ শিঙৰ .....।।

সিপাৰৰ চাপৰিত, মহঁৰ শিঙৰ পেঁপাটিত,
টি-হিঁ-টি, টি-হিঁ-টি মাত ।
ইপাৰত চেনায়ে, সপোন ফুল বাচিছে,
বিহুৱান, গামোছাত ।।

নদীৰ দুয়োপাৰে,
বিহু বিহু লাগে,
সলালে গছেও পাত ।
আমে মলিয়ালে,
এজাৰো ফুলিলে,
কুলিৰ মৌ-মিঠা মাত ।।

'চেনায়ে' 'ধন'লৈ, বিহুৱান লগাইছে,
ওৰে দিন ব'ইছে তাঁত ।
'ধনে' বিহুৰ দিনা, কপৌফুল পিন্ধাব,
'চেনাই'ৰে লাহি-খোঁপাত ।
দুয়ো দুপাৰে, মনৰ হেঁপাহেৰে,
বিহুলৈ চাইছে বাট ।।



## গীত

(নিচুকনি গীত)

### ।। শোৱা মোৰ মইনা শোৱা.........।।

শোৱা মোৰ মইনা শোৱা,
বেগেতে টোপনি যোৱা,
পুৱাতে উঠিয়েই, বগৰী বুটলি,
মনৰ হেঁপাহেৰে খাবা ।।

এতিয়া শোওঁতে,
যদিহে পলম হয়,
পুৱা পলম হ'ব উঠা ।
পকাবোৰ নিব,
তোমাৰ লগৰীয়াই –
তোমালৈ থাকিব কেঁচা ।।

কেঁচা বগৰী কেতিয়াওঁ নেখাবা,
খালে যে ধৰিব কাহে ।
কাহুৰা ল'ৰাকে, হাঁহে লগৰীয়াই,
মাতিলেও কাষলে নাহে ।
কোঁচ ভৰাই বগৰী, পুৱাই বুটলিবা –
এতিয়া দুচকু মুদা ।।



## গীত

(নিচুকনি গীত)

### ।। নাকান্দা নাকান্দা, অ' মোৰ মইনা.... ।।

নাকান্দা নাকান্দা, অ' মোৰ মইনা,
শোৱা সোণ, টোপনি যোৱা ।
'পপ্ কাৰ্টুন'ৰে, টি.ভি.ত দেখাবোৰ,
সপোনতো দেখা পাবা ।

'টম্' আৰু 'জেৰী',
মেকুৰী নিগনি,
টি.ভি.ৰ পৰ্দাতে খেলে ।
চালে হাঁহি হাঁহি,
ছিঙি পেটু নাড়ী,
শুনিলেও লোকে ক'লে ।
অজলা মেকুৰী, তীখৰ নিগনি,
দিনত দিঠকতে চাবা ।।

টোপনি টোপনি, অ' আই টোপনি,
আহাচোন বেগেতে আহা ।
আমাৰে সোণটো, শুবলৈ আহিছে,
বেগেতে চকুতে ধৰা ।।



৯০

## গীত

(নিচুকনি গীত)

### ।। আকাশী যানতে, উঠি মোৰ মইনাই...।।

আকাশী যানতে,
উঠি মোৰ মইনাই,
পৃথিৱীৰ নানা দেশ চাব ।
ৰকেটত উঠি লৈ,
আকাশলে গৈ,
জোনবাইৰ দেশলৈ যাব ।।

মইনাই কান্দিছে,
টোপনি আহিছে,
মাকৰ বুকুতে শুব ।
পুৱাতে উঠি, আমাৰে মইনাই,
হাতত ফলি পুথি ল'ব ।।

পঢ়াশালিৰ পৰা, আহি মইনাটিয়ে,
লগৰীয়াৰে খেলিব ।
সন্ধিয়া প্ৰাৰ্থনা, পঢ়াশুনা কৰি,
আইতাৰ সাধু শুনিব ।
এতিয়া টোপনি যাব, কাইলৈ পুৱাই উঠিব ।।



গীত

(নিচুকনি গীত)

## ।। আমাৰে সোণটো শুব এ ....... ।।

আমাৰে সোণটো শুব এ,
কাইলৈ পুৱাই উঠিব ।
দাঁতো ঘঁহিব, চকু মুখো ধুব –
অ-আ, ক-খ, এ-বি, চি-ডি, লিখি –
নেওঁতাও পঢ়িব ।।

পুৱাতে জলপান,
আইতাকে দিব,
এগিলাচ গাখীৰো খাব ।
মইনাই খাই বৈ, গা-পা ধুবগৈ,
তপত ভাত খাবহি –
সাজ-পোচাক পিন্ধি –
পঢ়াশালিলৈ' যাব ।।

মইনাই আবেলি, সমনীয়াৰ লগত,
ধেমালিও খেলিব ।
গধূলি প্ৰাৰ্থনা, কৰি পঢ়া শুনা –
ভাত খাই সোনকালে শুব ।।





## গীত

(বিচিত্ৰ)

### ।। অ' মোৰ মৰমৰ, বৌটি-দেউতা .... ।।

অ' মোৰ মৰমৰ, বৌটি-দেউতা,
মই নুমলীয়া জী ।
থাকিবা কেনেকৈ, মোকে নেদেখাকৈ,
দূৰলৈ উলিয়াই দি !!

ছোৱালী হলো মই, সেয়ে তোমালোকে,
বিয়া দিব লাগে মোক ।
কেনেকৈ থাকিম মই, নতুন ঘৰ খনিতে --
দূৰত হ'বা তোমালোক ।
চকুৰ পানীৰে, বাট মই নেদেখোঁ,
নেজানো কৰোঁ মই কি !!

নহ'লে নেলাগেই, নিদিবা বিয়া মোক,
ওচৰত নেপালে দৰা ।
তোমালোকক এৰি, ওচৰত নেদেখি --
বেজাৰত ভাঙিব হিয়া ।
মই তোমালোকৰ, সবাতকৈ মৰমৰ,
হওঁ নুমলীয়া জী ।।



## গীত

(বিচিত্র)

### ।। গাঁৱৰে ছোৱালী তাই ..........।।

গাঁৱৰে ছোৱালী তাই ।
নগৰৰ জীৱনৰ, আওভাও নোপোৱা --
কথা বতৰাও, তেনেই আচহুৱা --
অচিন জীৱনেৰে, নতুনকৈ চিনাকি --
নগৰৰ বোৱাৰী হৈ ।।

জা ননদৰ, দেখি পিন্ধন উৰণ,
গা অলপ অলপ ঢকা !
পঢ়া আলোচনীৰ, কিছুমান কিতাপৰ --
ছবি যেনেকৈহে অঁকা !
দূৰদৰ্শনৰো, কিছুমান ছবিয়ো --
ভাল নেপাই চাবলৈ !!

ন-ঘৰত দেখা নাই, গীতা ভাগৱত,
কীৰ্ত্তন নামঘোষাৰো পুথি ।
আলমাৰীত সজোৱা, নপঢ়া কিতাপবোৰ --
ৰাখে যেন, দেখাকহে দেখি ।
এইবোৰ কৰলৈ, মাকৰ কাষলৈ --
যাবলৈ আছে তাই বৈ ।।



১৮

## গীত

(বিচিত্ৰ)

### ।। এতিয়াৰ নহয় ঐ, পুৰণি চিনাকি.... ।।

এতিয়াৰ নহয় ঐ --
পুৰণি চিনাকি --
চিন হে পাহৰিছা মোৰ !
ডেৰ কুৰি বছৰ, আমি লগ নেপালেও,
মনেৰে হোৱা নাই দূৰ ।।

আমাৰ মুখবোৰৰে,
আগৰ চেহেৰাৰে,
নাই অতীতৰে বোল !
সময়ে বোলালে,
নতুন ৰূপেৰে,
সেয়েহে কৰিছা ভুল ।
মাতেও সলাইছে সুৰ ।।

আমি দুয়োজনী, একেখন গাঁৱৰে,
বিয়াই যেন, কৰিছে দূৰ !
মনত আঁকি থোৱা, তোমাৰ ছবিখনি --
চকুত ভাঁহি উঠে মোৰ ।।



## গীত

(দেশপ্ৰেমমূলক)

### ।। হে যুৱক দল, অজেয় শকতি তুমি ...।।

হে যুৱক দল —
অজেয় শকতি তুমি,
জননীৰ, ওপজা মাটিৰ ।
আশাৰ পোহৰ তুমি,
স্বদেশৰ দুখৰ ৰাতিৰ।।

জীৱনো উছৰ্গি তুমি,
মাতৃক পূজা চিৰকাল ।
আশা-সাগৰৰ,
তুমি দ্বীপপুঞ্জ —
উজ্বলা প্ৰৱাল ।
হিত সাধা, মানৱ জাতিৰ ।।

মানৱীয় প্ৰেম মৈত্ৰীৰে,
তোমাৰ বিকশিত চিত্।
তোমাৰ অবিহনে, দেশ মাতৃৰ —
কোনেনো সাধিব বাৰু হিত !
হে ভক্ত, দেশৰ মাটিৰ ।।



৯৬

## গীত

(দেশপ্ৰেমমূলক)

## ।। জানানে ব্ৰহ্মপুত্ৰ, তোমাৰ.... ।।

জানানে ব্ৰহ্মপুত্ৰ !
তোমাৰ পাৰতে, তোমাৰ বুকুতে,
হয় শত আশা মূৰ্ত্ত ।।

তোমাৰ বুকুৰ, বণিজ-ডিঙাৰে,
পথাৰ সাৰুৱা কৰা পলসেৰে,
তুমি হোৱা প্ৰতিশ্ৰুতি ।
প্ৰলয় বানেৰে, কৰি হুংকাৰ,
কৰা বালিময়, শ্যামলী পথাৰ,
মহাপ্ৰলয়ৰ সৃষ্টি ।
তুমি, কিয় ধৰা ৰূপ, ৰুদ্ৰ ??

তোমাৰ পলস, সু-জলপথ,
নতশিৰে বোলো আশীৰ্বাদ ।
তোমাৰ ত্ৰাসৰ, ৰুদ্ৰ ৰূপৰ,
স্বৰূপ সবাৰো আৰ্তনাদ ।
শুনাহে ব্ৰহ্মপুত্ৰ ! তোমাক এদিন 'হাঁহি সজাবলে'
আমিও লভিম যোত্ৰ ।।



## গীত

(বিচিত্ৰ)

### ।। প্ৰতিযোগিতা সঙ্গীতৰ ........... ।।

প্ৰতিযোগিতা সঙ্গীতৰ,
ক্ৰীড়াঙ্গনৰ আৰু অনেকৰ,
এয়া হ'ব লাগে ভাতৃত্বৰ,
নহয় সমৰ এয়া, কুৰুক্ষেত্ৰৰ ।।
বহুজন বহুদল, নামে পথাৰত,
খেলৰ, কণ্ঠৰ, নানা সমৰবোৰত,
বহুত হ'লেও, আচলতে দুটি দল –
এটি পৰাজিত, আনটি বিজিতৰ,
খেল চাওঁতা, হয় দুটি দলৰ,
নিজে নিজে ভালপোৱা সমৰ্থকৰ ।।
বিশাল ধৰিত্ৰী খনি,
যেন সৰু হ'ল ।
সময়ৰ, দূৰত্বৰ –
'বেলি' মাৰ গ'ল ।
বিশ্ববাসীলৈ আনিছেনে –
প্ৰতিযোগিতাই ভাব, 'সমন্বয়ৰ' ??



[২৪-৯-২০০৭ ত বিশ্বকাপ 'টুৱেন্টি-২০' ক্ৰিকেটত ভাৰতৰ বিজয় আৰু ২৩-৯-২০০৭ ত 'ইণ্ডিয়ান আইড'ল্' সঙ্গীত প্ৰতিযোগিতাত দাৰ্জিলিঙৰ প্ৰশান্ত তামাঙৰ বিজয়ৰ 'বাতৰি'ৰ চিত্ৰ পৰিক্ৰমা] – ৰচয়িতা।

## গীত

(বাৰ্তাগীতি, - বেলতলা কাণ্ডৰ) - (ক)

## ।। নাই নাই নাই, ইতিহাসত .......।।

**না**ই নাই নাই, ইতিহাসত --

নাই কোনো কালে, প্ৰাগজ্যোতিষত --
মানৱীয় চেতনাৰ, ইমান পতন –
জননী বস্ত্ৰহীনা, ৰাজপথত !!
কোন হয় জগৰীয়া, ইয়াৰ বাবে,
সময়ে কৰিব যাৰ, উচিত বিচাৰ,
কি বিচাৰিছে কোনে, কিহৰ বাবেনো এনে –
জনতাৰ ৰাজপথে, কিয় হাঁহাকাৰ !
ধৰিছে সূত্ৰ কোনে, চকুৰ আঁৰত –
নাচেনেকি কোনো কাৰো, হাতৰ ঠাৰত !!
আমাৰ অসমী আই, সমন্বয়ৰ --
এই দেশ শঙ্কৰ গুৰু, আজান পীৰৰ –
জনজাতি আদিবাসী, সকলোটি মিলি --
চাওলুং-চুকাফাৰ 'একৰাজ'ৰ নীতি --
হওঁক শাসন নীতি, অসম দেশত,
শান্তিৰে প্ৰাপ্যৰো দাবী, গনতন্ত্ৰত ।।



[তাৰিখ ২৪-১১-২০০৭ চনৰ কুখ্যাত 'বেলতলা কাণ্ডৰ' বিভিন্ন বাতৰি কাকত আৰু দূৰদৰ্শনৰ বাতৰিৰ চিত্ৰাংশৰ আধাৰত ৰচিত বাৰ্তাগীতি ।] – ৰচয়িতা ।

## গীত

(বাৰ্তাগীতি, - বেলতলা কাণ্ডৰ) - (খ)

### ।। যি কথা লিখা হ'ল, মহাকাব্যতে..... ।।

যি কথা লিখা হ'ল, মহাকাব্যতে –
নাৰীৰ নিৰ্য্যাতন, ৰাজসভাতে –
নাই, নাছিল এয়া, কোনো কালতে –
সমন্বয়ৰ সাক্ষী, আই অসমতে !!

অতীতৰ ইতিহাস, আকৌ এবাৰ –
পঞ্চতীৰ্থৰ পীঠ, বেলতলাতে –
দোহাৰে কোনোৱে, বিবেক হীনতাৰে –
পাঞ্চালীৰো-কৃষ্ণৰো ছবি, ৰাজপথতে ।।

এয়াতো নহয়, অসমৰ পৰিচয় –
শঙ্কৰ-চুকাফা-বিষ্ণু, জ্যোতিৰ দেশতে ।
তাণ্ডৱী নৃত্যৰে, কোনো হ'ল দুঃশাসন –
হয়তো সূত্ৰধাৰো, চকুৰ আঁৰতে !!

কোন জগৰীয়া হয়, ইয়াৰ বাবে,
জনা হ'ব সময়ত, ন্যায় বিচাৰতে ।
নিজৰ প্ৰাপ্যৰো দাবী, শান্তিৰে কৰা –
অধিকাৰো জনতাৰ, গণতন্ত্ৰতে ।।



[ তাৰিখ ২৪-১১-২০০৭ চনৰ কুখ্যাত বেলতলা কাণ্ডৰ বিভিন্ন বাতৰি কাকত আৰু দূৰদৰ্শনৰ বাতৰিৰ চিত্ৰাংশৰ আধাৰত ৰচিত 'বাৰ্তাগীতি'। ]

১০৫

## গীত

(বন্দনা)

### ।। হে দয়াময় ! তুমি আছা বাৰু ক'ত .... ।।

হে দয়াময় ! তুমি আছা বাৰু ক'ত !
কতনো মিনতি, কৰিছোঁ তোমাক,
বিচাৰি তোমাৰ, দয়া কৰুণাক,
আমি এই জগতত !!

সৃষ্টিৰ হেনো, সকলোতে 'তুমি' ।
অবোধতা হেতু,
তোমাৰ ৰূপক --
চিনিব নোৱাৰোঁ আমি,
সুন্দৰকে যেন, কৰোঁ অৱহেলা,
আমি এই মৰতত ।।

মৰতখনিকে সৰগ সজোৱা,
এই জীৱনতে পোৱা ।
প্ৰেম-মৈত্ৰীৰ শুভ আশিসেৰে --
কলুষতা আঁতৰোৱা ।
কাম্য শান্তি জাগৰিত কৰা --
সকলোৰে হৃদয়ত; সকলোৰে হৃদয়ত ।।



['গীতি অঞ্জলি', 'গীতি মঞ্জৰী', 'গীতি বৰ্ণালী', 'গীতি স্বৰ্ণালী'
আৰু 'দেশ মোৰ, গীতে গীতে']

## অৰ্পণ

মোৰ পৰম শ্ৰদ্ধা আৰু ভক্তিৰ প্ৰয়াত
**শহুৰদেউতা নন্দলাল বৰুৱা**
**আৰু**
**শাহুআই উষাৰাণী বৰুৱা,**
যি দুগৰাকীৰ অকৃত্ৰিম মৰমস্নেহত,
মোৰ অপত্য স্নেহৰ পৰশ লভাৰ
সৌভাগ্য ঘটিছিল,
সেই দুগৰাকীৰ —
নমস্য আত্মাৰ পৱিত্ৰ স্মৃতিত,
মোৰ কাব্য সংকলন
**'গীতি পঞ্চশত'ৰ চতুৰ্থ পুথি—**
**'গীতি স্বৰ্ণালী'**
স-ভক্তিৰে অৰ্পণ কৰিলোঁ ।

— **নীলকান্ত শৰ্মা।**

-ঃ সূচীপত্র ঃ- (এক)

-ঃ সূচীপত্ৰ ঃ- (দুই)

## -ঃ সূচীপত্ৰ ঃ- (তিনি)

-ঃ সূচীপত্ৰ ঃ- (চাৰি)

-ঃ সূচীপত্ৰ ঃ- (পাঁচ )





১

## গীত

(প্ৰস্তাৱনা)

### ।। হে সঙ্গীত সাধক, তোমাৰ সৃষ্টি....।।

হে সঙ্গীত সাধক, তোমাৰ সৃষ্টি,
হওক প্ৰেমৰ মন্ত্ৰ ।
হে সুৰকাৰ, সুৰ যে তোমাৰ,
মানৱীয়-বোধ-ছন্দ ।।

হে গায়ক, নায়ক মহান,
গোৱা সুমধুৰ কণ্ঠৰে,
সমাজৰ যত অসূয়া অনীতি,
বিনাশি ধৰালে, আনা প্ৰেম-প্ৰীতি –
সজাওক জগত 'সুন্দৰে'–
হওক কালৰাত্ৰি অন্ত ।।

হে বাদক, বাদ্য তোমাৰ,
সজোৱাহে, এনে 'সমলয়' ।
গীত-সুৰ-কণ্ঠ-বাদ্যৰ ধ্বনিত –
যেন, মানৱ প্ৰেমৰ নিজৰা বয় ।
সজোৱা সঙ্গীত সৰ্ব্বকালৰ,
বিঘিনি নাশৰ অস্ত্ৰ ।।



গীত

(বৃন্দগীত)

।। আমি জগতৰ, তমসা বিনাশি ...... ।।

আমি জগতৰ, তমসা বিনাশি,
কৰোঁ আৱাহন, জ্যোতিকনা ।
মানৱ প্ৰেমৰ, ৰং তুলিকাৰে --
আঁকো শান্তিকামী আল্পনা ।।

আমাৰ প্ৰাণৰ, প্ৰতিভা মুকুল,
বিকশিত কৰি, ধৰণী সজাওঁ ।
বিশ্ববীণাৰ মিলন সুৰত --
জগত নিনাদি মুৰুলী বজাওঁ ।
আমি দূৰ কৰোঁ, যত ভেদাভেদ --
কৰি সুন্দৰৰ আৰাধনা ।।

ধৰাৰ বুকুত সৰগ গঢ়াৰ,
আমাৰ শুচি সঁচা কল্পনা ।
আমাৰ পৱিত্ৰ হৃদয় বেদীত,
চিৰ সুন্দৰৰ উপাসনা ।
বিশ্বকণ্ঠ সজাওঁ সুৰেৰে --
পোহৰ প্ৰয়াসী বন্দনা ।।



[ নামৰূপ সঙ্গীত মহাবিদ্যালয়ৰ ৰূপালী জয়ন্তী উৎসৱৰ (১৯৯৩ চন জানুৱাৰী) বৃন্দগীত হিচাপে ৰচিত আৰু পৰিবেশিত ।]

সুৰ ঃ- সুবীৰ গুপ্তা ।

## গীত

(বৃন্দগীত, শিক্ষাৰ্থীৰ)

### ।। আমি পোহৰৰ, আমি জোনাকৰ.... ।।

আমি পোহৰৰ, আমি জোনাকৰ,
আলোক-পথৰ সমদল ।
তমসা আঁতৰ কৰি যাত্ৰা পথৰ,
উজ্বলাওঁ ধৰাতল ।।
পোহৰৰ শকতিৰে, ৰাতিৰ আন্ধাৰ,
জ্ঞানৰ বলেৰে মনৰ –
আন্ধাৰ বিনাশি, প্ৰগতিৰ আৱাহন –
আমাৰ সাধনা জীৱনৰ ।
ভেদাভেদ পৰিহৰা,
এটি ত্ৰিবেণী ধাৰা,
আমি, এপাহি সুবাসিত শতদল ।।
বিজুলীৰ শকতিৰে, নৱ-নৱ সৃষ্টিৰে,
জীৱনৰ ওপজা মাটিৰ,
স্থবিৰতা দূৰ কৰি –
প্ৰগতিৰ আঁত ধৰি –
হিত সাধো, মানৱ জাতিৰ ।
আমি জ্যোতি, জেউতি মৰল ।।



[নামৰূপ তাপ বিদ্যুৎ কেন্দ্ৰৰ (নামৰূপ থাৰ্মেল পাৱাৰ আস্থান) উচ্চ মাধ্যমিক বিদ্যালয়ৰ ৰূপালী জয়ন্তী উৎসৱৰ অন্যতম্ উদ্বোধনী গীত হিচাপে ৰচিত আৰু পৰিবেশিত ।] সুৰ —সুবীৰ গুপ্তা।

৪

## গীত

(বিচিত্ৰ)

### ।। জাক্-জাক্, জাক্-জাক্, বৰষুণ.... ।।

জাক্-জাক্, জাক্-জাক্, বৰষুণ বৰষুণ,
বৰষাৰ গীত এয়া, কি যে সুমধুৰ,
এয়া চিনাকি গীত, আমাৰ আপোন --
মাটিৰ বুকুত যাঁচে সৃষ্টিৰ সপোন ।।
জহকালি বৰষুণ পিঠি পাতি লৈ,
চোতালত নাচিবলে কি যে ভাল লাগে ।
জাংফাই কেৰু পিন্ধি পুঠি খ'লিহাই,
বৰষুণ আহিলেই খালে-বিলে নাচে ।
ভেকুলীৰ ৰংমেলা গগণা বজাই —
সাজি কাচি চাই যেন আকাশী দাপোণ ।।
যেন আখৈ ফুটে ঘৰৰ ছালত,
চঞ্চলা পখী হয় গছৰ ডালত,
সোঁত বয় বুকু ভ'ৰি জুৰি নিজৰাৰ,
উৰুঙা বনত আহে সেউজী-জোৱাৰ,
সকলোতে নতুনৰ মধুৰ সপোন —
জাক্-জাক্ ,জাক্-জাক্, বৰষুণ বৰষুণ ।।



[ আকাশবাণী ডিব্ৰুগড় কেন্দ্ৰৰ পৰা অকণি মেলৰ বৃন্দগীত
হিচাপে প্ৰচাৰিত । সুৰ — হীৰেন গোহাঁই ।

## গীত

(বিচিত্ৰ)

### ।। মনত থাকিব, 'জয়া তীৰ্থ'ত ........।।

মনত থাকিব, 'জয়া তীৰ্থ'ত –
'পোহৰ বিচাৰি যোৱা' ।
'পদ্ম-পৰাগ'ৰ,
মনিকাঞ্চনৰ –
মিলনৰ সাক্ষী হোৱা ।।
প্ৰয়াস সেয়া, 'অজ্ঞানতাৰ –
সিপাৰে কি আছে' চোৱা ।
জীৱন গঢ়াৰ, প্ৰেৰণা-উৎস,
'জয়া তীৰ্থ'ত পোৱা ।।
শিক্ষক-ছাত্ৰৰ,
গুৰু-শিষ্যৰ,
এয়া মিলনৰ তীৰ্থ ।
যেন জীৱনৰ –
অৰ্থ ভেদৰ,
এখনি সাধনা ক্ষেত্ৰ ।
মিলনৰ গীত গোৱা ।।



[ ১৯৫২-৫৬ চনৰ শিৱসাগৰ কলেজত ছাত্ৰ জীৱনৰ স্মৃতি-লেখা ] – ৰচয়িতা ।

## গীত

(বৃন্দগীত)

### ।। জনম দিনৰ, শুভ লগনৰ ... ।।-(ক)

জনম দিনৰ
শুভ লগনৰ,
শতেক বছৰ পূৰ্ণ হোৱা ।
আজি এই ক্ষণ
স্মৃতিৰে মগন,
ল'বলৈ পণ
আগলৈ যোৱা ।।

নাট অভিনয়, কলা তীৰ্থৰ,
পঞ্চম বেদৰ, চানেকি চোৱা ।
'চিহ্নযাত্ৰা'ৰে যাত্ৰা ক্ষণৰ,
দুজনা গুৰুৰ আৰ্হি লোৱা ।।

জীৱনৰ সঁচা, সমাজৰ কথা,
মঞ্চ ৰূপত কথাৰে কোৱা
আমাৰ লক্ষ্য, সৰগ কাম্য,
ধৰাৰ বুকুতে –
হাততে পোৱা ।।



[ যোৰহাট থিয়েটাৰৰ 'শত বাৰ্ষিকী উদ্‌যাপন সমিতি'ৰ, সাংস্কৃতিক উপ-সমিতিৰ আহ্বায়ক শ্ৰীনিপুল আৰ্চায্যৰ পত্ৰ যোগে কৰা অনুৰোধ মৰ্মে ৰচিত আৰু প্ৰেৰিত - ডিচেম্বৰ, ১৯৯৫ ।]

## গীত

(বৃন্দগীত)

### ।। অভিনয় নাটঘৰ জন সমাজৰ .....।। - (খ)

অভিনয় নাটঘৰ জন সমাজৰ,
অধ্যয়ন, ৰূপায়ণ,
পঞ্চম বেদৰ –
কাম্য লক্ষ্য যাৰ, মানৱ কল্যাণ ।
জীৱনৰ, সমাজৰ –
কৰি ৰূপ দান ।।

শঙ্কৰে আৰম্ভে যাত্ৰা, 'চিহ্নযাত্ৰা'ৰে,
আমাৰ অগ্ৰগতি যুগ প্ৰতিভাৰে –
জ্যোতি-বিষ্ণু-ফণী, বহু বজ্ৰনাথ,
কালজয়ী যুগজয়ী জ্যোতি-প্ৰপাত –
নাট্যতীৰ্থ হে ঐতিহ্য মহান ।।

পূৰ হ'ল যাত্ৰাৰ শতেক বছৰ,
আমি বাঢ়িম আগ যুগ যুগান্তৰ,
বিকশাম অভিনয় প্ৰতিভা-মুকুল,
সজাম নাট্যকলা, নিপুণ-নিটোল,
আনিম ধৰালে প্ৰেম-মৈত্ৰীৰ বান ।।



[ যোৰহাট থিয়েটাৰৰ 'শত বাৰ্ষিকী উদ্‌যাপন সমিতি'ৰ, সাংস্কৃতিক উপ-সমিতিৰ আহ্বায়ক শ্ৰীনিপুল আৰ্চাযাৰ পত্ৰ যোগে কৰা অনুৰোধ মৰ্মে ৰচিত আৰু প্ৰেৰিত - ডিচেম্বৰ, ১৯৯৫ ]

## গীত

(বৃন্দগীত)

### ।। অভিনয় নাটঘৰ, জন সমাজৰ ... ।। - (গ)

অভিনয় নাটঘৰ, জন সমাজৰ,
চৰ্চ্চাৰ স্বাক্ষৰ এয়া --
পঞ্চম বেদৰ,
কালৰ গতিয়ে যাক --
নকৰে পুৰণি ।
মানৱীয় চেতনাৰে --
সজায় ধৰণী ।।

আহিছোঁ বহুতো বাট, শতেক বছৰ,
যতি হীন গতি হ'ব, যুগ যুগান্তৰ,
জীৱনক, সামজক, মঞ্চত সজাই --
মানৱ হৃদয় গঢ়ো প্ৰেমৰ কৰণি ।।

শঙ্কৰ গুৰুৰ দান, মঞ্চৰ আধাৰ,
আমাৰ বাবে দিছে, ঐতিহ্য অপাৰ,
জ্যোতি-বিষ্ণু-ফণী, শত বজ্ৰনাথ --
যাত্ৰা পথত হ'ব আমাৰ জোনাক,
বিকশাম অভিনয় যুগে যুগে আমি ।।



[ যোৰহাট থিয়েটাৰৰ 'শত বাৰ্ষিকী উদ্‌যাপন সমিতি'ৰ, সাংস্কৃতিক উপ-সমিতিৰ আহ্বায়ক শ্ৰীনিপুল আৰ্চায্যৰ পত্ৰ যোগে কৰা অনুৰোধ মৰ্মে ৰচিত আৰু প্ৰেৰিত - ডিচেম্বৰ, ১৯৯৫ ।]

## গীত

(বৃন্দগীত)

### ।। সূৰ্য্যমুখী আমি সূৰ্য্যমুখী......... ।।

সূৰ্য্যমুখী আমি সূৰ্য্যমুখী,
আলোক যাত্ৰী সমদল ।
আঁতৰাই জগতৰ, অজ্ঞান আন্ধাৰ,
আনো প্ৰগতিৰ ধল ।।
আমি বুজিপাওঁ জ্ঞানেই শকতি,
চিনিপাওঁ জ্ঞান-গুৰু শক্তিৰ আধাৰ ।
নিষ্ঠাৰে, ভক্তিৰে, জ্ঞান আহৰণ কৰি —
আমি, 'জিলিকাম লুইতৰে পাৰ' ।
আমাৰ মাজত নাই, নাই ভেদা-ভেদ,
আমি, শান্তি প্ৰীতিৰ শতদল ।।
আমি স্বদেশৰ, আমি বিশ্বৰ,
প্ৰগতিৰ বৰ্ত্তি-ধাৰক ।
জ্ঞানৰ মুকুতা জ্বলা, জলে-স্থলে কন্দৰে,
আমি, সন্ধানী জ্ঞান অন্বেষক ।
মহা মনীষাৰ, জীৱন-চানেকি —
আমাৰ প্ৰেৰণাৰ স্থল ।।



[ভাৰতীয় সাৰ নিগমৰ(এইচ. এফ. চি.লিঃ) (তদানীন্তন), বৰ্তমান ব্ৰহ্মপুত্ৰ ভেলী সাৰ নিগমৰ (বি.ভি.এফ.চি.লিঃ) নামৰূপ শাখাৰ উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ প্ৰতীকী-গীত হিচাপে ৰচিত আৰু পৰিবেশিত ।]

সুৰ — প্ৰয়াত বোৰেশ্বৰ বৰুৱা, সঙ্গীত বিশাৰদ, বিদ্যালয়ৰ সঙ্গীত অধ্যাপক।

১০

## গীত

(বৃন্দগীত)

## ।। ইতিহাসে কয়, নামৰূপ যে তাহানি...।।

ইতিহাসে কয় নামৰূপ যে তাহানি --

যেন, অসমৰে কলীয়াপানী,
এতিয়া তাতে এয়া ৰূপৰ নগৰ ।
আমি তাৰে খনিকৰ, শিল্পী বনুৱা দল,
ত্ৰিবেণীত মিলি যোৱা, যেন এসুঁতি জল,
নাই নাই নাই, কোনো ভিন্ পৰ্ ।। নাই নাই নাই ........
ভূ-গৰ্ভৰ 'গেচ' কৰি আহৰণ,
স্বদেশৰ প্ৰগতিৰ কৰোঁ উত্তৰণ,
'বিজুলী'ৰ শকতিৰে, আন্ধাৰ বিনাশো,
'সাৰ' সৃষ্টিৰে, ধৰণী সুফলা কৰোঁ,
'মিথানল' যোগানেৰে ভিন্ন উদ্যোগ গঢ়োঁ,
সদ্ব্যৱহাৰ কৰোঁ প্ৰচুৰ 'গেচ'ৰ ।।
নামৰূপৰ পাহাৰৰ সেউজ- শোভাৰে,
শিলেৰে ধেমালি খেলা, দিল্লীহ নদীৰে,
সৰ্ব্বধৰ্ম্ম কৃষ্টিৰ পবিত্ৰ পীঠৰ,
নামৰূপ চানেকি মহামিলন তীৰ্থৰ ।।



[ অসম পেট্ৰ ৰাসায়নিক উদ্যোগ চক্ৰ(লিঃ) (এ.পি.এল.)ৰ উদ্বোধনী অনুষ্ঠানৰ বৃন্দগীত হিচাপে ৰচিত আৰু পৰিৱেশিত ।]

সুৰ -- সুবীৰ গুপ্তা ।

১১

## গীত

(একক/বৃন্দগীত)

## ।। স্বাগত, স্বাগত, হে নৱাগত........।।

স্বাগত, স্বাগত,

হে নৱাগত, কুসুমিত অন্তৰ শুদ্ধ ।

(তুমি) আন্ধাৰ-বিনাশি –

জ্ঞানৰে সন্ধানী, আমাৰে সুহৃদ বৃন্দ ।।

যাচিছোঁ সাদৰে, আমাৰ প্ৰাণৰে প্ৰীতি,

কামনা কৰিছোঁ তুমি –

হোৱাহে আশাৰ জ্যোতি,

তুমি, শান্তি প্ৰীতি আৰু মৈত্ৰী সাধনাৰে –

দুষ্কৃতি বিনাশি, ভীষ্ম প্ৰতিজ্ঞাৰে,

আয়োজিবা অবিৰত যুদ্ধ ।।

জ্ঞানৰ মন্দিৰে, সুন্দৰ ছন্দেৰে,

হ'ব তব পূজা অবিৰত ।

জ্ঞান আলোকিত,

অমোঘ মন্ত্ৰপুত,

বিনাশি অমঙ্গল যত,

আজীৱন -চিত্-মন-মুক্ত ।।

❖❖❖

[বিদ্যালয়ৰ নৱাগত আদৰণি অনুষ্ঠানৰ বাবে ৰচিত আৰু পৰিবেশিত।]

কণ্ঠ – সৰ্বশ্ৰী ৰূপৰেখা শৰ্মা, ৰশ্মিৰেখা শৰ্মা, বন্ধুৰেখা শৰ্মা আৰু অন্যান্য ছাত্ৰ ছাত্ৰী সকল।

সুৰ – প্ৰয়াত ৰসেশ্বৰ বৰুৱা, বিদ্যালয়ৰ সঙ্গীত অধ্যাপক, নামৰূপ ।

## গীত

(বৃন্দগীত)

### ।। আমাৰ গতিৰ, যতি নাই নাই ....।।

আমাৰ গতিৰ, যতি নাই নাই,
অবিৰাম অবিৰাম ।
নজনা নুশুনা, ৰহস্য ভেদৰ –
ক্লান্তি-হীন অভিযান ।।

মহাআকাশৰ ৰহস্য ভেদৰ,
আছে শকতিৰ মন ।
গ্ৰহ গ্ৰহান্তে সংযোগ অনাৰ –
আমাৰ অন্বেষণ ।।

মহা সমুদ্ৰৰ অতল তলিত,
মুকুতাৰ সন্ধান,
অদ্যাপি লব্ধ জ্ঞানৰ সীমাৰ –
সিপাৰৰ মহাজ্ঞান,
আহৰণ কৰি জীৱন-জগত –
কৰোঁ আমি মহীয়ান ।
আমি, অমৃত সন্তান,
আমি, মানৱ সন্তান ।।



## গীত

(দ্বৈতকণ্ঠী)

### ।। আয়ে কৈছে, অহা বহাগতে ......।।

পু ঃ - আয়ে কৈছে, অহা বহাগতে,
পাতিব হেনো, মোৰ বিয়া ।
গাঁৱৰ কৰবাতে, কইনা চাইছে,
মোৰহে কঁপিছে হিয়া ।।

ম ঃ - মোৰো আই-বোপায়ে, জানিছোঁ গুণিছে,
মোকো উলিয়াই দিয়া ।
নিচিনো নেজানো, পাইছে কতেনো,
হ'ব লগা জোঁৱাই ল'ৰা ।।

পু ঃ - ভয় নকৰিবা, শুনি ভাল পাবা,
দুই খন ঘৰৰে কথা ।
তুমি কইনা হ'বা, মই হ'মে দৰা,
দুয়ো তাহানিতে ভবা ।।

ম ঃ - মইও জানিছিলোঁ, কোৱাহে নাছিলোঁ,
জানিলোঁ তোমাৰে পৰা ।
আমাৰ দুয়োৰে, সংসাৰ হওক সুখৰ -
ঈশ্বৰ জনোৱা সেৱা ।।



১১

## গীত

(দ্বৈতকণ্ঠী)

### ।। কবিতা গীতৰে কথাৰে সুৰৰে ......।।

পুঃ- কবিতা গীতেৰে কথাৰে সুৰেৰে --
বহু ৰচনাৰে কোৰা ।
সেয়া শতদল, তোমাৰ পূজাৰ,
তুমি জানো বুজি পোৱা ??
মঃ- তেনে, তোমাৰ ৰচনা, গীতি-অন্তৰা--
মোৰ বাবে জানা, অমৃতৰ ধাৰা,
নাই শুনা জানো কোৱাঁ ?
কিয়নো পাহৰি যোৱা ??
পুঃ- মোৰ গীতত বিষাদৰ ঢৌ,
মন মানসত উঠে যে নিতৌ,
যেতিয়া আঁতৰি যোৱা,
তুমি জানো বুজি পোৱা ??
মঃ- আন্ধাৰ হ'লেহে, জোনাকী-ৰূপৰ,
বন্দনা শুনো গোৱা,
সেয়া যে মায়াৰে ওচৰতে থাকি,
কায়াৰে দূৰলে যোৱা !
পঃ+মঃ-আমি দুয়ো তেনে, কায়াৰে-মায়াৰে,
জীৱনে জীৱনে, প্ৰতি ক্ষণে ক্ষণে,
মনে-প্ৰাণে এক হোৱা ।।



## গীত

(দ্বৈতকণ্ঠী)

## ।। তুমি যেন এটি, মৌ-মিঠা গীতি......।।

ম ঃ- তুমি যেন এটি, মৌ-মিঠা গীতি,
সততে মনতে গোৱা ।
পু ঃ- তুমি অনুপমা, ৰূপৰ প্ৰতিমা,
ঘনে মনে মনে চোৱা ।।

পু ঃ- মই যেন এখনি, সেউজী বননি,
যাচিছোঁ শীতলী ছাঁ ।
ম ঃ- ময়ো লিহিৰি, লতা সেই গছতে,
গাতে লাগি আছে গা ।
পু + ম ঃ- আমি যেন দুপাহি, প্ৰীতিৰে কৰবী,
এধাৰি মালাতে গঁঠা ।।

পু ঃ- তুমি এটি ক্ষণ, মধুৰ লগন,
হেঁপাহেৰে বাট চোৱা ।
ম ঃ- ময়ো যেন, সাধুৰ হওঁ ধুনুপাক,
উজাগৰে থাকি কোৱা ।
পু + ম ঃ- আমি দুয়ো তেনে, দুয়ো মনে চিতে,
কামনা কাবতে পোৱা ।।



১৬

## গীত

(দ্বৈতকণ্ঠী)

### ।। তৰা তিৰেবিৰাই, দূৰ আকাশতে .... ।।

পু ঃ-	তৰা তিৰেবিৰাই,
দূৰ আকাশতে,
পূৰ্ণিমাত ৰূপালী জোন ।
মোৰ মন আকাশতে,
সকলো পৰতে,
জানানে জিলিকে কোন ?

ম ঃ-	নেলাগে নক'বা,
মোৰে শপত জানা, মনতে গুপুতে ৰাখিবা
তোমাৰে মনৰ কথা ।
ভাবি ভাবি পোৱা,
তোমাৰ মৰম খিনি,
মোৰ বাবে কি যে মিঠা !
মোৰ, জোনবিৰি গঢ়োৱা সোণ ।।

পু+মঃ- আমি, জনমে জনমে,
জীৱনে-মৰণে,
হওঁযেন বুকুৰ আপোন ।।



## গীত

(দ্বৈতকণ্ঠী)

### ।। মই শিমলু, মদাৰ নহয় ........।।

পুঃ- মই শিমলু, মদাৰ নহয়,
সুবাস বিহীন ফুল ।
মই, কেতেকী-তগৰ-গোলাপ-বকুল,
গোন্ধত আমোলমোল ।।

মঃ- তুমি গোৱা, মৌ-ভোমোৰাৰ,
যত আৱাহনী গান ।
এই আৱাহন, নহয় সফল –
নাই যদি তাত প্ৰাণ ।
সেয়া সফল, হয় আৱাহন –
যদি পবিত্ৰ মায়াৰ ডোল !!

পুঃ- মোৰো জানা, অন্তৰতে,
আছে তেনে সূতা ।
আৰু আছে ক'লি 'ৰঙা গোলাপ'ৰ,
সেই সূতাৰেই গঁঠা ।
নকৰিবা মদাৰ বুলি –
'গোলাপ' পাহিক ভুল ।।



১৮

## গীত

(দ্বৈতকণ্ঠী)

## ।। মই যেন এটি জুৰি ........।।

ম ঃ- মই যেন এটি জুৰি,
শিলে শিলে বৈ যোৱা ।
পু ঃ- মই যেন মৰমী নদী –
তোমাৰে এসুঁতি হোৱা ।
পু+ম ঃ- আমি যেন এযুৰি পখী,
নিতে নীড় মুখে উৰা ।।

ম ঃ- মই যেন ফুলনি খনি,
বাসন্তী-শোভা ওপচা ।
পু ঃ- মই যেন এটি অলি,
ফুলে ফুলে উৰি ফুৰা ।

পু+ম ঃ- আমি, আহিনৰ সেউজী আভা ।
আমি, আঘোনৰ সোণালী শোভা
আমি দুটি মিলি, যেন এটি –
আমি, যেন দুয়ো এটি যুটি –
আমি, ভ্ৰান্তি আঁতৰ কৰি –
সত্যক আদৰি লোৱাঁ ।।



১১

# গীত

(দ্বৈতকণ্ঠী)

## ।। মইনো কি কথা, মনত ভাবিছিলোঁ .... ।।

পুঃ- মইনো কি কথা, মনত ভাবিছেলোঁ –
তুমি কেনেকৈ জানিলা ?
নোকোৱাকৈ এটিও কথা,
তুমি কেনেকৈ বুজিলা ??

মঃ- নকলেও যে, হৃদয়ৰ কথা,
হৃদয়ে হৃদয়ে বুজে !
নীৰব শবদেও, অন্তৰৰ কথা,
প্ৰকাশ কৰিব খোজে !
এইবোৰ কথা, এতিয়া কিয়নো –
আবেলি পৰত সুধিলা ??

পুঃ- ৰাঙ্কনি বেলিৰ, সোণালী পোহৰ,
পুৱাৰেই বৰ্ণালী ।
সময়ৰ ক্ষণ বেলেগ হলেও,
অনুক্ষণে স্বৰ্ণালী ।
প্ৰথম দেখাতে, মই বুজিছিলোঁ –
তোমাৰ, হৃদয়-সাগৰ সুজলা ।।



১০

## গীত

(দ্বৈতকণ্ঠী)

### ।। মৰমে মৰমৰ, পৰিচয় পাবলে ......।।

পুঃ- মৰমে মৰমৰ, পৰিচয় পাবলে,
লাগিব মনৰে চকু ।
তামোল হোৱা হেঁতেন,
ফালি দিলো হেঁতেন,
(আৰু) তুমি চালা হেঁতেন –
বুকুভৰি আছে কিনো !!

মঃ- মুখেৰে নকলেওঁ, মনৰে কথাবোৰ,
মৌন ভাষাতে শুনো ।
অনেকৰ মাজতে, তুমি নেহেৰোৱা,
তোমাক নিমিষতে চিনো ।।

পুঃ- শয়নে-সপোনে, উজাগৰী ক্ষণে,
এটি মাথোঁ ছবি আঁকো ।
তুমি নুবুজাৰ মনৰ বেদনা,
কৃত্ৰিম হাঁহিৰে ঢাকো ।
মৰমী নদীৰ দুটি পাৰ ছুই,
কোনে পাৰি দিব সাকোঁ ??



## গীত

(দ্বৈতকণ্ঠী)

### ।। ৰঙা আচুঁৰ পাৰিবে, ছ-কুৰি কাঠিবে ...।।

ম ঃ- ৰঙা আচুৰ পাৰিৰে,
ছ-কুৰি কাঠিৰে –
ফুলৰে, বিহুৱান বৈ ।
ব'হাগৰ বিহুলৈ, আছোঁ চাই বাটলৈ,
অ' মোৰে চেনাইটি ঐ ।।

পু ঃ- তোৰে ঐ চেনেহী, বিহুৱান খনি,
মূৰতে মাৰি লৈ যাম ।
ফেঁটী গোম নদৰাই, কেতেকীৰে পাহি,
আনিছোঁ কপৌফুল, বিচাৰি বিচাৰি,
লাহৰী খোঁপাত পিন্ধাম –
আঁহতৰ তলতে বৈ ।।

ম ঃ- মোক তোৰ চেনাই ধন, একোকে নেলাগে,
সঁচা মৰমকন হে দিবি ।
পু ঃ- মোক বিহুৱান কৈলেনো লাগিছে,
জীৱনৰ লগৰী হ'বি ।
বুকুৰে বতৰা কৈ ।।



## গীত

(দ্বৈতকণ্ঠী)

### ।। আযল্-শলাই কতঁৰা ......... ।।

পু ঃ - আযল্-শলাই কতঁৰা,
ডাকত দিলা বতৰা ।
আই-পিতাইৰ অসুখ বুলি,
চিঠিত মিছাই লিখিলা ।।

ম ঃ - বিহু যোৱা দুমাহ হ'ল,
কথা জানো মনত ৰ'ল,
গৈ পায়েই চিঠি লিখাৰ —
কথা জানো ৰাখিলা ??

পু ঃ - লাগিলেও লাজ, কওঁ শুনা,
মই, লিখা-পঢ়া নজনা,
তোমাৰ বাবে কিমান মৰম,
নাই জনা হব'লা ??

ম ঃ - সখীক মনৰ কথা কৈ, লিখাওঁ চিঠি তোমালৈ,
পু ঃ - মই থকা ঠাইত যে নাই, তেনে বান্ধৈ পাবলৈ ।
পু+মঃ- তেনে, পঢ়া শুনা কৰিম দুয়ো,
ফ'লি-পুথি আনিবা ।।



## গীত

(বিচিত্ৰ)

### ।। হে মাতৃ ! তুমি, তুমি জগতৰ প্ৰাণ....... ।।

হে মাতৃ ! তুমি, তুমি জগতৰ প্ৰাণ,
তোমাৰ কৃপাতে, জনম লভিলোঁ,
ইমান ধুনীয়া পৃথিৱী দেখিলোঁ,
বুকুৰ উমেৰে ডাঙৰ কৰিলা –
নিবিচাৰা প্ৰতিদান !!

তোমাৰ হৃদয়, মৰমী-আকাশ
সীমা ৰেখা নাই নাই ।
তুমি অনুপমা, প্ৰেমৰ মুৰুতি,
আমাৰ চেনেহী আই ।
হিংসা খিয়ালৰ, মৰুৰ মাজৰ –
তুমি সুশীতলা মৰুদ্যান ।।

আমি চিৰঋণী, ঋণ পৰিশোধ,
কৰাৰ শকতি নাই ।
হে কৰুণাময়ী, প্ৰেমৰ মুৰুতি –
তুমি চৰণত দিবা ঠাই ।
তুমি, প্ৰাণ-গঙ্গাৰ বান, তুমি জীৱনৰ জয়গান ।।



১৪

## গীত

(বিচিত্ৰ)

### ।। জনম-মৰণ, অহা আৰু যোৱা......... ।।

জনম-মৰণ, অহা আৰু যোৱা,
এটি যুগল-গীতি ।
একেটি সুৰতে, বন্ধা এই গীত –
এয়া জীৱন-যুতি ।।

যুগল-বন্দী, এই গীত-সুৰ,
যদিহে থমকি ৰয় ।
শ্ৰোতা জনতাৰ, মনো বেদনাৰ,
কৰুণ বতৰা কয় ।
বুজিও নুবুজে, জীৱন সঙ্গীত --
ই যে অমৃতৰ সুঁতি ।।

এই সঙ্গীতৰ, অৰ্থ ভেদৰ,
মৰ্ম্ম বুজিলে মানে,
জীৱনেই যাচে, অমৰ হোৱাৰ –
এটি সুৰ প্ৰাণে প্ৰাণে ।
যুগল-বন্দী, জীৱন-মৰণ,
হয় অম্লান জ্যোতি ।।



## গীত

(বিচিত্ৰ)

### ।। জীৱন এটি স্বপ্ন নহয় .....।।

জীৱন এটি স্বপ্ন নহয়,
জীৱন মহান সত্য ।
জীৱন এটি গদ্য নহয়,
জীৱন গীতৰ ছন্দ ।।

সৃষ্টিত যত আছে মধুৰতা,
আৰু যত আছে, ৰূপ-বিচিত্ৰা,
মানুহ নহ'লে থাকিবনে বাৰু –
ইয়াৰ একোৰে অৰ্থ ।।

ভাল আৰু বেয়া, সৎ অসতৰ,
গ্ৰহণীয় কিনো, কোনটি ত্যাগৰ,
বিচাৰ-শকতি যাৰ ।
উৎস বিচাৰি, খায় হাবাথুৰি –
সৃষ্টিৰ পাৰাপাৰ ।
হোৱাহে মানুহ স্বনামধন্য,
অমৃত-পুত্ৰ, হোৱাৰ যোগ্য,
বজোৱা মঙ্গল শঙ্খ ।।



## গীত

(বিচিত্ৰ)

### ।। আমি নিজকেই, কত নাম দিছোঁ... ।।

আমি নিজকেই, কত নাম দিছোঁ,
'মানুহ', 'মানৱ' আদি ।
পিন্ধো অংলকাৰ, 'অমৃত-পুত্ৰ'ৰ –
'জীৱ-শ্ৰেষ্ঠ', কত কি !!

নিজৰেই গুণ, বখানিছোঁ আমি,
আছে জানো, তেনে গুণ ?
মৰম চেনেহ, দয়া কৰুণাৰে –
হয়নে হৃদয় পূৰ ?
পাৰিছোনে বাৰু, 'স্বনামধন্য',
হ'ব সঁচাকৈয়ে আমি ??

বাঘ হ'ৰিণ একে লগে থাকে,
ভোকৰ বাবেহে, হ'ৰিণাটি মাৰে ।
আমি বধিছোঁ, কতনাজনক –
অবিচাৰে, অকাৰণে !
বৰ্ব্বৰতাৰ ইতিহাসে পুনু,
জগত ধৰিছে ছানি !!



## গীত

(বিচিত্ৰ)

### ।। দিন আহে, দিন যায় .... ।। - (ক)

দিন আহে, দিন যায় ।

কোনে কি কৰিছে, নেৰাখে খবৰ,
জয়-পৰাজয়, হাঁহি-কান্দোনৰ,
আগুৱায়, মাথোঁ আগুৱায় ।।

ইয়াৰ মাজতে, মানৱ জীৱন,
অমৰ হোৱাৰ, ইয়াতেই ক্ষণ –
অনেকে বিচাৰি পায় ।
অনেকৰ বাবে নাই ।।

পোৱা-নোপোৱাৰ,
মাজতে আমাৰ,
জীৱনৰ চয়নিকা ।
বুজা-নুবুজাৰ দুৱাৰ-দলিতে –
জীৱনৰ যৱনিকা ।
যুগল সঙ্গীত গাই ।।
বুজি পোৱা দুটি, মনহে অমৰ,
জীৱনো বৰ্ণময় ।।



## গীত

(বিচিত্ৰ)

### ।। দিন আহে, দিন যায় ......।। -(খ)

দিন আহে, দিন যায় ।
আগমন-আদৰণি পোহৰৰ,
পুৱাৰ অৰুণৰে,সোণালী বৰণে
বিয়লি মাগে বিদায় ।।

অনাদিৰ কোনো এটি, পলত আদিৰ,
জনমৰ বেলা, দিন-ৰাতিৰ,
ধাৰণা যেতিয়া হয় ।
শৰৰ বেগেৰে, সময়ৰ গতি,
যায় আগবাঢ়ি, নাই নাই য'তি
আগবাঢ়ে ক্ষণে আগলৈ ।।

মিলাব পাৰিলে, সময়ৰ স'তে,
আমাৰ জীৱনৰো গতি --
এলাহ-ভাগৰ অলসতা এৰি,
অসুন্দৰত ৰ'তি--
সময়ে জীৱন কৰে বৰ্ণালী,
(আৰু) সুন্দৰৰ চেতনাই ।।



## গীত

(বিচিত্ৰ)

### ।। আজি, উল্কা আলোৰ নিশা .......... ।।

আজি, উল্কা আলোৰ নিশা,
মনে-প্ৰাণে কত আশা !
এক নতুন জ্যোতিৰে, আকাশ ভ'ৰিব –
এয়া আচহুৱা শোভা ।।

জন-মানসত, 'উল্কা-পতন'ৰ –
অৰ্থ নহয় মঙ্গলময় ।
বিজ্ঞানে কয়, মহা জাগতিক –
নিয়ম নীতিতে, এনেকুৱা হয়,
এয়া নহয়, আশা-নিৰাশাৰ,
জাননীৰ কোনো ভাষা ।।

মন আকাশত অমঙ্গলৰ,
উল্কাৰ সমাবেশ !
কৰা অবসান, হে আলোকময় –
কৰা, সুন্দৰৰ অভিষেক !
নমোৱা ধৰাত, প্ৰেম-মৈত্ৰীৰ,
প্ৰীতিৰ-দীপান্বিতা, প্ৰীতিৰ-দীপান্বিতা ।।



## গীত

(বিচিত্ৰ)

### ।। কল্পনা আছে বাবেহে মানুহে......।।

কল্পনা আছে বাবেহে মানুহে,
আকাশলে' উৰি যায় ।
সাগৰ তলিৰো, মানিক মুকুতা –
বিচাৰি বিচাৰি পায় ।।

কাব্য-কবিতা সৃষ্টি কতনা,
দুখনি হাতৰ শিল্পী-ৰচনা,
ৰূপৰ প্ৰকাশ এয়া কল্পনা,
তমসা বিনাশি যাত্ৰাৰ পথ --
আলোকেৰে উজ্বলায় ।।

নজনা জনাৰ, নোপোৱা পোৱাৰ,
মানুহৰ হাবিয়াস ।
এয়া সৃষ্টিৰ ৰীতি পুৰাতন --
অভিলাস সহজাত ।
আহিব নিতৌ প্ৰগতি-প্ৰভাত,
জগত পোহৰাই –
আমি, ৰোধিলে অন্তৰায় !!



## গীত

(বিচিত্র)

### ।। আমাৰ 'মানুহ' নাম, জীৱজগতত ..... ।।

আমাৰ 'মানুহ' নাম, জীৱজগতত,
স্থানো সবাৰে ওপৰত ।
'অমৃত পুত্র আমি', অমৃতৰ ধাৰা –
বোৱাওঁ আমাৰ মৰতত ।।

সুন্দৰৰ আৰাধনা, কৰি অনাবিল,
গীত অভিনয়, নানা কলা সাধনাৰে ।
হৃদয় বেদী নিতে সজাওঁ আমি,
মানৱ দৰদী-প্রেম, প্রীতিৰ ফুলেৰে ।
কাম্য সৰগ আমি সজাব পাৰিম,
চিৰ পৰিচিত এই মাটিৰ বুকুত ।।

ধৰণী ধুনীয়া কৰি, আন্ধাৰ বিনাশি,
উজ্বলাওঁ সকলোটি মধু জোনাকত ।
সত্য-সাধনা ব্রতী,
প্রতিভা মুকুল –
বিকশিত কৰোঁ সকলোৰে হৃদয়ত,
মুখৰিত কৰোঁ মিলন সুৰত ।।



গীত

(বিচিত্র)

## ।। মন্দিৰতো আল্লা আছে, মছজিদ্‌ত ঈশ্বৰ...।।

মন্দিৰতো আল্লা আছে,
মছজিদ্‌ত ঈশ্বৰ ।
ঈশ্বৰ আল্লাৰ কোনো নাই নিজা ঘৰ,
আৰু দুয়োজনাৰে, কোনো নাই ভিন্ পৰ্ ।।-

গীতা কোৰাণ বাইবেল ত্রিপিতক,
আৰু যত ধৰ্ম্মপুথি আছে জগতত,
সকলোৰে বাণী একে, ভাষাহে সুকীয়া,
আমি অনেকে তাকে, বুজা নাইকিয়া,
সেয়েহে জগত জুৰি অত অথন্তৰ ।।

গীৰ্জ্জা মছজিদ্ মন্দিৰ পূজাৰ,
কতনা অৰ্চনা ৰীতি, অলেখ অপাৰ,
সকলোৰে লক্ষ্য একে, আশিস লভাৰ,
কোনেও নেদেখা এক জগত পিতাৰ ।
সিজনাৰ কৃপা-ধন্য নহয় নিশ্চয় –
যদি প্রেমেৰে ভৰা নহয় হৃদয় –
অন্তৰ পূজাৰ বেদী চিৰসুন্দৰৰ ।।



## গীত

(বিচিত্ৰ)

### ।। আকাশত উৰিছে, সৌৱা উৰাজাহাজ ....।।

আকাশত উৰিছে, সৌৱা উৰাজাহাজ,
তলত বানপানী চাই ।
নৈ বোৰ সাগৰ হৈ, হিৰ্ হিৰ্ শবদে –
নিছে আমাক উটুৱাই ।।

যমৰে যাতনা,
ভোগে ৰাইজখনে –
আশ্ৰয় শিবিৰত থাকি ।
বৰঘৰৰ মজিয়াত ডকা চাকনৈয়া –
কিনো দিন আহিল ঐ আজি ।
প্ৰতিকাৰ কৰোঁতা নাই !!

আগেয়ে আহিছিল, নদীত বানপানী,
এদিন এনিশা থাকে ।
আশাৰে পথাৰবোৰ কৰে পলসুৱা –
ধানেৰে, পথাৰ বোৰ ভৰে ।
নদীৰ-দুপাৰ বান্ধি, মথাউৰি মাৰি,
ৰাইজৰ আজি বিলাই ।
ৰাইজ আজি অসহায় !!



# গীত

(বিচিত্ৰ)

## ।। আকাশত উৰিছে, শগুণ জাকে জাকে ..।।

আকাশত উৰিছে, শগুণ জাকে জাকে,
মাটিতে মৰাশ দেখি ।
অভয়া অৰণ্যৰ, ৰাইজৰো ঘৰৰ,
মহ-গৰু আছে পৰি ।।

অসহায় হ'ৰিণা, হাতী-গড়ঁ কতনা,
লুইতৰ বানতে মৰে ।
দূৰদৰ্শনতে ছবিহে জিলিকে,
শোকে খুন্দামাৰি ধৰে !
সিহঁতক দেহি ঐ, কোনে ৰক্ষা কৰে,
মানুহেই যায় উটি !!

বছৰে বছৰে, ধন হোৱা হোৱে,
বান ৰোধিবলৈ ভাঙে ।
সিংহ-ভাগেৰে, ঘৰ-বাৰী পকী হয়,
বান একেদৰেই থাকে ।
আঁহা মোৰ ৰাইজ ঐ, প্ৰতিকাৰ চিন্তো ঐ,
এক হৈ মাউখে উটি, ভেটো লুইতৰে সুঁতি ।।



## গীত

(বিচিত্ৰ/ নিচুকনি)

### ।। শোৱা, মোৰ বাছা শোৱা ....... ।।

শোৱা, মোৰ বাছা শোৱা,
বেগেতে টোপনি যোৱা ।
আশ্ৰয় শিবিৰৰ, শিশুকে বিচাৰি,
আহে সৌৱা কাণ-খোৱা ।।

আজি সুদা-পেটে, থাকা মোৰ মইনা,
কাইলৈ ভোক গুচাই খাবা ।
সহায়ৰ ভঁৰালত চাউল নাই হেনো,
পুৱাতে সকলো পাবা ।
নৈৰ মথাউৰিত আমি বাস কৰিছোঁ,
আচলঘৰ বানে ধোৱা ।।

লঘোনে নথকাই কেনেকৈ বুজিব,
ভোক-অগণিৰে তাপ ।
চান্‌কাঢ়ি খোৱা, দুখীৰ দুখ নুবুজাক,
ৰাইজে দিছে অভিশাপ ।
সুদিন আহিলে, পেট ভৰাই খাবা,
এতিয়া টোপনি যোৱা ।।



৩৬

## গীত

(বিচিত্ৰ)

### ।। দোকানে-বজাৰে জ্বলিছে জুই.... ।।

দোকানে-বজাৰে, জ্বলিছে জুই,
কোনেনো জ্বলায়, ৰাইজে বুজি পায়,
ৰাইজৰ হাততে, নুমুৱাৰ উপায়,
তথাপিও আছে শুই !!

ৰাইজে কেনেকৈ, জীয়াতু ভুগিছে,
ভোগোতা জনেহে জানে !
ধনবন্ত-মিনাৰবাসীয়ে –
এয়া কেনেকৈ বুজে !
চৰা দামৰে ভৰা-নৈৰ-বানে,
ৰাইজক নিয়ে ধুই !!

জন-কল্যাণী, সঙ্ঘ-সমিতি,
যেন নীৰব, আজি সকলোটি,
পাহৰি পেলায় নিজা প্ৰতিশ্ৰুতি,
জনগণ অসহায় ।
গাব শুনিবনে, মোৰো এই গীত –
ৰাইজক সকীয়াই !!



## গীত

(বিচিত্ৰ)

### ।। বছৰৰ লেখেৰে, আইতা জনম হোৱা ....।।

বছৰৰ লেখেৰে,
আইতা জনম হোৱা,
চাৰি কুৰি হ'ব পায় ।
লাখুটিত ভৰ দি,
আজিও আইতা,
'মাকৰ ঘৰ' লৈ যায় ।।

আইতাৰ আছে, পো-জী-বোৱাৰী,
(আৰু) নাতি-পৰিনাতি আমি ।
একুৰি মানুহৰ, আমাৰে ঘৰখন,
ককা মৰমিয়াল স্বামী ।
তথাপি 'এইঘৰ', আইতাৰ নহয় নিজৰ ,
'মাকৰ ঘৰ'লৈহে যায় ।।

গাঁৱৰে সিমূৰে, আইতাৰ জনমৰ –
ঘৰত আগৰ কোনো নাই।
কিনো মায়াসনা, জনমৰ ঘৰখন –
আইতা চোন তালৈকে যায়, 'মাকৰ ঘৰ'লৈ যায় ।।



# গীত

(বিচিত্ৰ)

## ।। সোণ গজা মাটি, আই অসমীৰ ...।।

সোণ গজা মাটি,
আই অসমীৰ ।
সুজলা-সুফলা দেশ –
আশিসে নদীৰ ।।

পাৰ বান্ধি নদীবোৰ,
বান ৰোধিবলে ।
বাধা দিছো, নিজা নিজা –
গতিৰে ব'বলে ।
বন্দিনী যেন নদী –
যোড়শী গতিৰ ।।

খণ্ডতে বাউলি নদী,
ভাঙে মথাউৰি,
নগৰো সাগৰ হয়,
চাকনৈয়া পৰি।
নদীয়ে ঘোষণা কৰে,
নিজা শকতিৰ ।।



## গীত

(বিচিত্ৰ)

### ।। ব'হাগ তোমাক, জনাওঁ বিদায় .....।।

ব'হাগ তোমাক, জনাওঁ বিদায়,
এঘাৰ মাহৰ বাবেহে ।
আকৌ আহিবা, আহিবা আকৌ,
নৱবৰষৰ পুৱাতে ।।

বিৰিখত কুঁহিপাত, পখীৰ কাকলি তাত,
ফুলনিত বহে ফুল-মেলা ।
জাক্ জাক্ বৰষুণে, পথাৰ সাগৰ কৰে,
জান-জুৰি সোঁতেৰে উতলা ।
মেঘৰ মাদল আৰু বৰদৈচিলা –
ঢুলীয়াৰ, নাচনীৰ, সৃষ্টি-নৃত্যৰে ।।

হিয়াৰ আৱেগ সনা, বনগীত-বিহুগীত,
সাক্ষী শত, নিভাঁজ প্ৰেমৰ ।
প্ৰাণৰ আকুতিবোৰ, স্বভাৱ কবিৰ –
ছাঁয়া-ছবি মন দাপোণৰ ।
যুগে যুগে, জীও আমি, শান্তিৰ প্ৰীতিৰে,
ব'হাগ তোমাৰ আশিসতে, আই অসমতে ।।



## গীত

(বিচিত্ৰ)

## ।। বননিৰ কুঁহিপাতে আদৰে ব'হাগ ...।।

বননিৰ কুহিঁপাতে আদৰে ব'হাগ,
ফুলনিৰ চৌপাশে মধুৰ সুবাস ।
কুলিৰ কাকলি সেয়া গছৰ ডালত,
কেতেকীৰ মাত শুনো নিজম পৰত ।।

মেঘৰ মাদল বাজে, ঘনে আকাশত,
বিজুলীৰ চিক্‌মিক্, সৌৱা ডাৱৰত,
ৰ'দ আৰু বৰষুণ, এই আহে-যায় --
জান-জুৰি-গছ-বন, জাগে প্ৰাণ পায় ।
সকলোতে জীৱনৰ নতুন প্ৰৱাহ --
সৃষ্টিৰ নূপুৰ ধ্বনি, নতুন উছাহ ।।

অসমৰ তিনিবিহু, বাপতি সাহোন,
ৰঙালি বিহুটি তাৰে, ইমান আপোন,
জাতিৰ-জীৱন-ৰূপ, ফুটি উঠে তাত,
বিহুৱান-ঢোল-পেঁপা, বিহুগীত নাচ ।
আৰু কত লোকাচাৰে আদৰে ব'হাগ,
নোৱাৰি গীতেৰে দিব পূৰ্ণ আভাষ ।।



## গীত

(বিচিত্ৰ)

### ।। ডালে ডালে কুঁহিপাত..... ।।

ডালে ডালে কুঁহিপাত,
ফুলনিত ফুল ।
বন বিহগীক যেন,
কৰিছে আকুল ।।

ক'তেনো বজাই কোনে,
শিঙৰে পেঁপাটি ।
বিহুগীতে কৰে মন,
ইচাটি-বিচাটি ।
একোতে নবহে মন,
চিত্ যে ব্যাকুল ।।

আহিব ৰঙালী বিহু,
আমাৰ আপোন ।
দিঠকত পাম যেন,
আশাৰ সপোন ।
ব'হাগ আমাৰ বাবে –
যেন মায়া-ডোল ।।



৪৫

## গীত

(বিচিত্ৰ)

### ।। মৌ বৰষে যেন, কুলিৰ মাতত ....।।

মৌ বৰষে যেন কুলিৰ মাতত,
ৰঙৰ বৰ্ণালী যেন নিতে প্ৰভাতত,
নিজৰাৰ সুৰ-ধ্বনি নিজান বনত,
তৰাই দাপোণ চাই নীল সাগৰত ।

ডাৱৰে ধেমালি খেলে,
বিজুলীৰ স'তে ।
বুকুত সাৱতি লয়,
পাহাৰে পৰ্ব্বতে ।
বৰষে মুষলধাৰে, ধৰিত্ৰী ধৌৱাই,
যেন নাচে, সৃষ্টিৰ ফুল ছটিয়াই ।।

পৃথিৱীৰ মোহনীয়া ৰূপ শৰতত,
জোনৰ সুৰভি সৰে মধু জোনাকত ।
গোলাপী পদুমীহঁত ফুল একো পাহি,
চকুত ওঁঠত অঁকা সোণসনা হাঁহি,
সুন্দৰৰ ৰূপলেখা নহ'লে প্ৰাণত,
হ'বনে সুন্দৰ বাৰু আমাৰ জগত ।।



## গীত

(বিচিত্ৰ)

### ।। দূৰৰ সেউজীয়া পাহাৰটি সন্ধিয়া ...।।

দূৰৰ সেউজীয়া পাহাৰটি সন্ধিয়া,
ডাৱৰে থৈছে ঢাকি ।
ৰান্ধনি-ৰ'দালি মাজে মাজে পৰি –
আঁতৰে ছবিটি আঁকি ।।

ৰামধেনু খনি তাতে চকা-মকা,
ওলোৱা-সোমোৱা, দেখা কি নেদেখা,
দিল্লীহ-দিচাংওত, ন-পানী বাঢ়িব –
নতুনৰ বতৰা আনি ।।

দিল্লীহৰ বুকুখনি শিলেৰে ভৰিব,
দিচাংওৰ দুটি পাৰ সেউজীয়া হ'ব,
পাহাৰে ডাৱৰে, নদীৰ পাৰে পাৰে,
জ্বলাইছে আশাৰে চাকি ।।

প্ৰকৃতিৰ এয়া সাঁজন-কাচন,
ঋতুৰে ঋতুৰে ৰূপৰ ৰহণ,
সৃষ্টিৰ বাবে অমূল্য ৰতন,
প্ৰগতিৰ গতি যাচি ।।



৪৪

## গীত

(বিচিত্ৰ)

### ।। গাঁৱৰ চৌপাশৰ, হাম-দৈ পথাৰৰ ঐ .... ।।

গাঁৱৰ চৌপাশৰ, হাম-দৈ পথাৰৰ ঐ,
কথাকৈ নপৰে ওৰ ।
ঋতুৱে ঋতুৱে, সলোৱা বৰণে,
দেহ-মন কৰে জুৰ ।।

ব'হাগৰ হাম-দৈ, ৰূপৰে পিঠি ঐ,
আমি মাছ মাৰো তাত ।
জেঠ আহাৰতে, গোটেই দুমাহতে,
শুনিবা কৃষকৰ মাত ।
হাল বায়, মাৰে কোৰ ।।

শাওণ ভাদত ৰোৱা, লখিমী কঠিয়া ঐ --
সেউজী আহিন-কাতিতে ।
আঘোন-পুহতে, সোণ বৰণীয়া --
কৰে, পকা ধানৰ ঠোকে ।
মাঘ ফাগুন চ'তত,
নৰা-পোৱা ধোঁৱা, পেঁপাৰে টিঁ-হিঁ-টি ঐ --
হাম-দৈৰ সঞ্জীৱনী সুৰ ।।



## গীত

(বিচিত্র)

### ।। মুষল ধাৰে বৰষিছে মেঘে .... ।।

মুষল ধাৰে বৰষিছে মেঘে,
ভৰ বাৰিষা নামিছে ।
নদী-জান-জুৰি, পানীৰে উপচি,
ফেনে-ফুটুকাৰে বাঢ়িছে ।।

প্লাৱন আহিছে, নগৰে চহৰে,
সাগৰৰ ৰূপ পথাৰে পথাৰে,
উটুৱাই নিছে, অসহায় প্ৰাণী,
কত মানুহৰো সলিল সমাধি –
প্ৰলয়ৰ বানৰ বেলাতে ।।

তথাপি, বৰষা আপোন আমাৰ,
সজোৱা ধৰিত্ৰী, আশাৰ ভাষাৰ,
নৱ সৃষ্টিৰ মায়াৰে ।
বৰষা, তোমাক হিয়াৰে আদৰোঁ,
কত লোকাচাৰে, আল্পনা আঁকো,
আই ধৰিত্ৰীৰ, শ্যামলী বৰণ –
বৰষা, তোমাৰ দয়াৰে ।।



গীত

(বিচিত্ৰ)

## ।। অ' ৰঙাই, বগাই ঐ, কৰিছনে মন....।।

অ' ৰঙাই, বগাই ঐ, কৰিছনে মন ?
তহঁতৰ চোন পথাৰতে –
মূৰফুলা বন !!

ভালকৈ বোকা নকৰিলি,
কেঁচা বোকাত ভূঁই ৰুলি,
কঠিয়াও গাঁঠি ধৰা, হয়তো জেঠতে পৰা,
নাই আহিনত, তোৰ পথাৰত,
সেউজী বৰণ ।।

তহঁত হালেই এলেহুৱা,
'ৰাতিহে সাত হাল বোৱা',
পুৱা হ'লে পথাৰলে, নাই যাবৰ মন ।
মিছাই কিয় ভাগ্যক দোষ, লোকৰ হোৱা সৰহ দেখ,
সময় মতে কাম কৰি, এলাহ ভাগৰ এৰি,
'কৰ্ম্মই ধৰ্ম্ম' বুলি, কৰ্ উপাৰ্জন ।
লখিমীয়ে এলেহুৱাক —
নিদিয়ে তেওঁৰ সঙ্গ ।।



## গীত

(বিচিত্ৰ)

### ।। সোণ বৰণৰ, পকা ধানৰ..... ।।

সোণ বৰণৰ, পকা ধানৰ,
লখিমী পথাৰ ।
বানে কৰে, বালিৰ পথাৰ —
ৰাইজৰ হাঁহাকাৰ ।।

পোহনীয়া পশুধনো,
বানত উটি গ'ল ।
ভঁৰালৰে ধান মুঠিও,
কঠিয়া যেন হ'ল ।
ঘৰ বাৰী বালিময় —
ৰাইজৰ মহামাৰ ।।

নাই পেটত ভোকৰে ভাত,
গাতো কাপোৰ নাই ।
ৰাইজেই ৰজা, হোৱা দেশত,
ৰাইজৰে বিলাই !
কোনেনো কৰিব বান্ধ,
ইয়াৰ প্ৰতিকাৰ !!



## গীত

(বিচিত্ৰ)

### ।। ভৰ বাৰিষাৰ সপোন দেখি .....।।

ভৰ বাৰিষাৰ সপোন দেখি,
তন্দ্ৰা মগন অ' জুৰিটি,
আছা অধীৰ হৈ ।
আহিলে চোন ব'হাগ সৌৰা,
সেউজ শোভাৰ পয়োভৰা,
বৰষাৰ বতৰা লৈ ।।

চেনেহেৰে মৌ বৰষি,
অনেক ৰাতিৰ উজাগৰী,
প্ৰাণময়ী, বেগৱতী, তোকে কৰি থৈ ।
ভৰ বাৰিষাই বিদায় ল'ব,
আকৌ অহাৰ কথা দিব,
তই থাকিবি বৈ ।।

বৰষাৰ এই অহা-যোৱা,
তোৰো এয়া, ৰূপ সলোৱা,
সৃষ্টিৰ পুৰাতন ৰীতি –
চলি থাকে ঐ ।।



## গীত

(বিচিত্ৰ/প্ৰকৃতি প্ৰীতি)

### ।। আহিনৰে পথাৰৰে, শোভা মোহনীয়া .... ।।

আহিনৰে পথাৰৰে,
শোভা মোহনীয়া,
সেউজে পাতিছে মেলা ।
সন্ধিয়া সমীৰে,
তাতে ঢৌ তুলি,
পাতে বিনন্দীয়া খেলা ।।

কাতিতে গুলাব,
অনেক বৰণীয়া,
নতুন ধানৰে থোক ।
নানা বৰণীয়া,
ন-ধানৰ থোকে,
সেউজত বাছিব ফুল ।
পথাৰ চালে চকুৰোৱা ।।

সোণ জিলিকিব, আঘোণৰ পথাৰত,
চাই হেঁপাহ নপলোৱা –
লখিমী চপোৱাৰ বেলা ।।



## গীত

(বিচিত্ৰ/প্ৰকৃতি প্ৰীতি)

### ।। আঘোণৰ আঘোণী, লখিমী দাৱনী .... ।।

আঘোণৰ আঘোণী,
লখিমী দাৱনী,
শাওণত আছিলি,
ৰোৱনী তোলনী,
সৃষ্টিৰ পাতনি মেলি --
পথাৰ বোৰ শুৱনি কৰি ।।

ওৰেটি চ'ত মাহ,
সন্ধিয়াৰ শেষতে,
বিহুৱাৰ লগতে,
'আঁহতৰ তলতে,
'চ'তৰ বিহু লাগিলে গাত' --
লগৰীয়াৰ স'তে নাচি ।।

ব'হাগত বহাগী, ৰাংঢালি নাচনী,
শাওণৰ পথাৰত, ৰচকী ৰোৱনী,
আঘোণৰ পথাৰৰ, লখিমী দাৱনী --
সোণগুটি চপাই আনি ।।



## গীত

(বিচিত্র/প্রকৃতি প্রীতি)

## ।। আঘোণী-পথাৰ, সোণ বৰণীয়া ..... ।।

আঘোণী-পথাৰ,
সোণ বৰণীয়া,
এখনি চাদৰ –
প্ৰকৃতিয়ে বোৱা,
কি যে মনমোহা শোভা ।।

কাটে জুঠি মুঠি,
ধান সোণ গুটি,
সাদৰী হাতেৰে –
দাৱনী লখিমী,
যেন ছবি চকুৰোৱা ।।

চহা জীৱনৰ, এনে পৰিবেশ,
প্ৰকৃতিৰ অৱদান ।
নগৰত গঢ়া, কৃত্ৰিম শোভাই,
নোৱাৰে কৰিব ম্লান ।
সোণালী ধানৰ আঘোণী পথাৰ,
কল্প লোকৰ আভা ।।



## গীত

(বিচিত্ৰ/প্ৰকৃতি প্ৰীতি)

### ।। ফাগুন-চ'তৰ, খৰাং বতৰ ..... ।।

ফাগুন চ'তৰ, খৰাং বতৰ,
তৰাং নদীৰ ধাৰ ।
আগলি বতৰা এয়া –
বাৰিষা অহাৰ ।।

হাবি বনৰ, গছ-গছনিৰ,
সৰিল পকা পাঁত ।
ফুলেৰে উপচি পৰিল –
হৰেক গছৰ ডাল ।
ডাল ভ'ৰি, আমৰ মলি, কঁঠালৰ মুচি -
তেজ বৰণে ৰংচঙীয়া, শিমলু-মদাৰ ।।

ৰবাব টেঙাৰ ফুলৰ সুবাস,
মৌ মাখিয়ে চুমা ।
উকা ডালৰ, বন বিৰিখত,
কুঁহিপাতৰ শোভা ।
ব'হাগ অহাৰ খবৰ এয়া –
কি যে মজাৰ !!



## গীত

(বিচিত্ৰ/প্ৰকৃতি প্ৰীতি)

### ।। শিমলু মদাৰে, কয় বেদনাৰে .....।।

শিমলু মদাৰে,
কয় বেদনাৰে,
নাই প্ৰিয়জন নাই ।
তেজ ৰঙা ৰঙে,
বিষাদী মনেৰে,
ৰয় আকাশলে চাই ।।

প্ৰকৃতিৰ যেন, এয়া অবিচাৰ,
মদাৰ-শিমলুৰো, সেয়ে হাঁহাকাৰ,
বসন্ত অহাৰ বাতৰি আনিও,
হয় উপেক্ষিতা হায় ।।

সমাজ-বনত, অনেক ফুলিছে,
শিমলু-মদাৰ-ৰঙীন হৈ ।
কত মৌ-মাখি, চিনিব নোৱাৰি,
উৰিছে প্ৰণয়-সুৰভি লই ।
নেজানে সিহঁতে, শিমলু-মদাৰ,
ফুলে নিৰাশাৰ প্ৰতীক হৈ ।।



## গীত

(বিচিত্ৰ/প্ৰকৃতি প্ৰীতি)

## ।। কত গীতি কথা, কতনা কবিতা ..... ।।

কত গীতি-কথা,
কতনা কবিতা,
শেৱালি, তোমাৰ ৰূপৰে ।
শৰততে ফুলা,
সুবাসি শুকুলা,
শুভ্ৰ কুঁৱলিৰ আঁৰৰে ।।

পুৱা কোঁচ-ভ'ৰি, শেৱালি বোটলা,
সূতা খৰিকাৰে মালাধাৰি গঁঠা,
ল'ৰালি কালৰ সোণ-সোঁৱৰণী –
ওৰেটি জীৱনৰে ।।

কতনা কিশোৰী, তোমাৰ ৰূপেৰে,
'শেৱালি' নামেৰে জনা ।
কাব্য-কবিতা, গীতি-ছন্দ গাঁথা,
হয় বাৰে ৰহণীয়া ।
শৰত শেৱালি, এটি বৰ্ণালী –
শেৱালি তোমাৰ ৰূপেৰে; তোমাৰ ৰূপেৰে, ৰূপেৰে ।।



## গীত

(বিচিত্ৰ)

### ।। ব্ৰহ্মলুইতকে, পানীও বঢ়া নাই .....।।

ব্ৰহ্মলুইতকে, পানীও বঢ়া নাই,
বানো অহা নাই ক'তো ।
মহানগৰতে হ'ল বানপানী,
ক'তেনো কেনেকৈ ভেটো ।।

এজাক বৰষুণ হ'ল গুৱাহাটীত,
জেঠ মাহ সোমোৱাৰ দিনা ।
জুই যেন গৰমত চট্ ফট্ ৰাইজৰ,
আগমনি ক্ষণ গণা ।
'মিঠা' এই ক্ষণটি 'তিতা' হ'ল চাওঁতেই,
'নদী' হ'ল ৰাজআলিৰ বুকু ।।

এৰ্কাল পানী হ'ল, ঘৰৰে ভিতৰত ,
পাহাৰৰে ৰঙা বোকা ।
যত আৱৰ্জনা সোমাল ভিতৰলে,
য'তে ত'তে পৰি থকা ।
মহানগৰীয়া ৰাইজৰে বিলৈৰ —
প্ৰতিকাৰ কাকেনো সোধো ।।



৫৬

## গীত

(বিচিত্ৰ)

### ।। লিখোঁ বুলি ভবা, বহুতো গীতৰ .....।।

লিখোঁ বুলি ভবা, বহুতো গীতৰ,
তুমিয়েই অন্তৰা ।
আঁকো বুলি ভবা,
কতনা ছবিৰ –
তুমিয়েই কল্পনা ।।

মোৰ হৃদয়ৰ,
কত আবেগৰ,
তুমি পুলকৰ ক্ষণ ।
মন সাগৰৰ,
কত জোৱাৰৰ,
তোমাৰেই আলোড়ন ।
অনাবিল আৰাধনা ।।

তুমি, কত অনুৰাগ,
পাপৰি পৰাগ, ছন্দিত বন্দনা,
গাওঁ বুলি ভবা, বহুতো গীতৰ –
সুৰৰেই মূৰ্চ্ছনা ।।



## গীত

(বিচিত্ৰ)

### ।। এখনি চেনেহী, সাগৰ বুলিয়েই ...... ।।

এখনি চেনেহী, সাগৰ বুলিয়েই,
মই যে মেলিলোঁ নাওঁ ।
নেজানো কেতিয়া, সেই সাগৰৰ –
আশাৰ সিপাৰ পাওঁ ।।

হেজাৰ ধুমুহা, জোৱাৰৰ ঢৌ
যাত্ৰা পথৰ বাধা ।
অসীম সাহেৰে, সমুখ হ'বলে,
নাই মোৰ অকণো দ্বিধা ।
কামনা সফল, ছবি আঁকি আঁকি,
মই নিতে আগুৱাওঁ ।।

পাৰ নেপালেও, দুখ নাই মোৰ,
হৃদয় আশাৰে ভৰা ।
আশা আছে বাবে, ধৰণী ধুনীয়া,
ৰূপেৰে ৰহণ চৰা ।
সলিল সমাধি, ভয়কো নেওচি –
সেয়ে মই আগুৱাওঁ ।।



## গীত

(বিচিত্ৰ)

### ।। যিদিনা ফুলিলা মন পদূলিতে ..... ।।

যিদিনা ফুলিলা মন পদূলিতে,
সুৱাসি শেৱালি হৈ ।
মই সজালোঁ দুবৰি দলিচা,
মনে সযতনে থৈ ।।

অনাদি অলেখ, সময়ৰ লেখ,
অবিৰত অবিৰাম ।
জীৱনে জীৱনে শেৱালি পাহি,
মন পদূলিতে পাম ।
পিন্ধাম মৰম-নিয়ৰৰ মালা,
সাদৰে আদৰি লৈ ।।

নতুন ঋতুত, নতুন সাজত,
প্ৰকৃতি নতুন হয় ।
মোৰ মৰম নদীৰ, সুঁতি অবিৰত,
নিছিঙা ধাৰেৰে বয় ।
মইহে নেপাওঁ, মনৰ বতৰা,
কাৰবাবে থাকা বৈ ।।



## গীত

(বিচিত্ৰ)

### ।। 'মৰম' হ'ব লাগে, শিশুৰ .......... ।।

'মৰম' হ'ব লাগে,
শিশুৰ মৌ সনা মাত ।
মৰম হ'ব লাগে ,
ৰাতিৰ বাঁহীটি ক'ৰবাত ।।

মৰম হ'ব লাগে,
কুলি কেতেকীৰে গীত ।
মৰম হ'ব লাগে,
মিলন আকুলিত চিত্ ।
মৰম হ'ব লাগে, ব'হাগৰে কুঁহিপাত ।
মৰম হ'ব লাগে, জিৰণি শীতলী ছাঁত ।।

মৰম হ'ব লাগে, পুৱা অৰুণৰে আভা,
মৰম হ'ব লাগে, শাৰদী জোনৰে শোভা,
মৰম হ'ব লাগে, পাহাৰী নাচনী জুৰি,
মৰম হ'ব লাগে, জীৱনে জীৱনে যুতি,
মৰম হ'ব লাগে, জীৱনৰ সেন্দুৰী বাট,
মিলন নদীৰে ঘাট, নিত্য নৱপ্ৰভাত ।।



৩০

# গীত

(বিচিত্ৰ)

## ।। যদি মোৰ বাবে, তোমাৰ হিয়াত ..... ।।

যদি মোৰ বাবে,
তোমাৰ হিয়াত,
ঠাই সঁচাকৈয়ে নাই ।
নকৰিবা তুমি,
মিছা অভিনয়,
মোৰ প্ৰাণ কন্দুৱাই ।।

ভাবিছিলোঁ মই,
তোমাৰ হৃদয়,
মৰমী সাগৰ বুলি ।
ওৰেটি জীৱন,
স্নান কৰি তাতে,
জীৱনে-মৰণে শুচি ।
কিয় বাৰু মোৰ, সপোন ভাঙিলা, হায় !!

কিয় দিলা মোক, এনেকুৱা দুখ ,
মই নাই কৰা, নাই একো দোষ,
কিয় ভাবি চোৱা নাই, কিয় ভাবি চোৱা নাই !!



## গীত

(বিচিত্ৰ)

### ।। হ'ল কি নহ'ল, পোহৰৰ বেলা ..... ।।

হ'ল কি নহ'ল, পোহৰৰ বেলা,
দোকমোকালিৰ ক্ষণ ।
পখী দুটিৰো, মোৰ পদূলিলে,
নিতে শুভ আগমন ।।

মোৰ পদুলিৰ, দোজোপা নাহৰ,
পাছ ফালে থকা, ডাল বকুলৰ,
সিহঁতৰ খেলা ঠাই ।
যোৰ পাতি আহি, খেলি থাকে তাতে,
ভয়-ভিত্ একো নাই ।
সিহঁতৰ সতে , পুৰণি চিনাকি,
আমাৰ চিনাকি মন ।।

নেথাকেনো কিয়, ৰাতিও সিহঁত,
বকুল-নাহৰৰে ডালতে ?
নেসাজেনো কিয়, সিহঁতে বাহটি,
ঘন্ ঘন্ পাতৰে আঁৰতে ?
ক'তে সিহঁতৰ ৰাতিৰ লগৰী, কোননো-বা প্ৰিয়জন ??



৬১

## গীত

(বিচিত্ৰ)

### ।। তুমি চোন কাষতে আছা ....... ।।

তুমি চোন কাষতে আছা,
চকুৰে দেখিছোঁ ।
তোমাৰ কথাৰ, ভাৱ ভাষাৰ,
সকলো বুজিছোঁ ।।

মোৰ আগত মৰম সনা,
ইমান কথা কৈ ।
মোৰ হাতত, নিবিড় পৰত,
তোমাৰ দুহাত থৈ ।
কিয় আহে হুমুনিয়াহ--
আজিহে বুজিছোঁ ।।

ভাষা হেনো, ভাৱৰ বাহন,
আনৰ আগত কোৱা ।
অন্তৰৰে ছবিখনি –
চকুৰ আগত থোৱা ।
সঁচা নহয় বুলি মই –
আজিহে জানিছোঁ ।।



## গীত

(বিচিত্ৰ)

### ।। দুখনি অন্তৰত, সমানে সমানে ....... ।।

দুখনি অন্তৰত –
সমানে সমানে,
মৰমৰ বৰষা –
যদিহে নেনামে,
নাই সঁচা শিহৰণ ।
জীৱন হয় অপূৰণ ।।

যুৱীয়া জীৱনৰ,
কাম্য সপোনৰ,
দিঠকতে মিলে ক্ষণ ।
অৰুণ বোলেৰে –
সজাব পাৰিলে –
প্ৰীতি ভৰা দুটি মন ।।

এয়া নহ'লে,
দুটি জীৱনলে,
নাহে শুভ লগন ।
ল'বলে যুৱীয়া পণ ।।



গীত

(বিচিত্ৰ)

## ।। তুমি কলৈ যোৱা, যদি মোক... ।।

তুমি কলৈ যোৱা,
যদি মোক নোকোৱা,
কতপৰ নাহা,
কাকো নজনোৱা —
মোৰ ইচাটি বিচাটি মন ।
তুমি পোৱা জানো গম ??

এনেকুৱা পৰ,
নেযায় নুপুৱায়,
মন গা পোৰে,
জাঁলুক জলকীয়াই,
এবছৰ, একোটি ক্ষণ ।
তুমি পোৱা জানো গম ??

আহিবা আহিবা, বুলি বাট চোৱা,
কি যে আমনিৰ, ক্ষণ এনেকুৱা,
এয়া কি যে অসহন !
কেতিয়া পাবানো গম ??



## গীত

(বিচিত্ৰ)

### ।। তোমাৰ হৃদয়, যদিহে নীলিম ..... ।।

তোমাৰ হৃদয়, যদিহে নীলিম,
সেয়ে দেৱলোক হ'ব ।
কামনাৰ বাধা, ফাগুনী ডাৱৰ,
পলকতে আঁতৰিব ।।

সাগৰৰ বুকু,
অসীম নীলিমা,
দেৱলোক খনিৰে যেন এটি সীমা,
স্বাগত জনাই দুয়ো দুয়োকে,
সময়ে আদৰি ল'ব ।।

যদি তুমি প্ৰিয়,
প্ৰাণৰ দেৱতা,
জীৱন জগোৱা –
সুৰীয়া কবিতা,
অসীম নীলাৰ, বুকুতে নিতে,
প্ৰীতি-অঞ্জলি যাঁচিব ।।



## গীত

(বিচিত্ৰ)

### ।। সুধিছা তুমিনো কোন, মোৰ জীৱনত.... ।।

সুধিছা তুমিনো কোন,
মোৰ জীৱনত ---
কওঁ শুনা তেনেহ'লে ৰাখিবা মনত ।
মোৰ মৰমৰ সাগৰত তুমি সাতুৰিছা,
মোৰ চেনেহৰ জোনাকত তুমি উজ্বলিছা,
প্ৰজাপ্ৰতি হোৱা মোৰ মন-কুঞ্জত ।।

তন্দ্ৰা অলস মোৰ দুটি নয়নৰ,
হোৱা মধু-সোঁৱৰণি সোণ-সপোনৰ ।
প্ৰতিটো নিয়ত মোৰ জীৱন-বেলাৰ,
মধু মিলনৰ বোল সোণ সুৱগাৰ,
ৰামধেনু হোৱা তুমি মন আকাশত,
উজ্বলাই মন প্ৰাণ জ্যোতিপ্ৰপাতত ।।

সঁচা ৰূপ ক'ত পাবা নহ'লে কল্পনা,
শুভ আগমন হয় আঁকিলে আল্পনা,
এয়া তোমাৰ স্থান মোৰ কাষৰত,
আশা ভৰা ছবি অঁকা মোৰ জীৱনত ।।



## গীত

(বিচিত্ৰ)

### ।। সুধিছা, তোমালে মোৰ মৰম কিমান ...।।

সুধিছা, তোমালে মোৰ –
মৰম কিমান ।
জুখিবলে, একোচোন
নেপাওঁ সিমান ।।

পূৰ্ণিমাত পঁকা মৌ, যিমান ৰসাল,
ভৰা লুইতৰ সোঁত, যিমান কোবাল,
আকাশত শৰতত, যত তৰাফুল,
ফাগুনৰ ডালভৰা, পলাশ বকুল,
সাতো সাগৰত, পানী আছে যে যিমান —
মোৰো তোমালে আছে, মৰম সিমান ।।

যিমান নীলাভ আছে, দূৰ আকাশত,
যিমান ৰূপালী ঢৌ, মধু জোনাকত,
তাতোকৈ অধিক, মৰমৰ পৰিমান,
প্ৰাণ যমুনাৰ এয়া, ঋতুজয়ী বান ।
মৰম বানতে তুমি কৰি আছা স্নান,
অকাৰণে কিয় বাৰু কৰা অভিমান !!



## গীত

(বিচিত্ৰ)

## ।। আকাশৰো যদি, সীমা ক'ৰবাত ....।।

আকাশৰো যদি, সীমা ক'ৰবাত –
গৈ গৈ পাৰি চুব,
আৰু তৰাবোৰো যদি, লেখি লেখি লেখি --
পাৰি শেষ কৰিব;
তোমালৈ মোৰ, কিমান মৰম –
নোৱাৰিবা জুখিব !!

সাগৰৰ পানী আছে যে যিমান,
বায়ু পোহৰৰ, যি পৰিমান,
মোৰ তোমালৈ, মৰম সিমান –
পাৰিছানে বাৰু বুজিব ??

শত বৰষৰ এটি জীৱনৰ,
হ'ব পাৰে, যত শ্বাস,
আশাবাদী পূৰ্ণ জীৱনবোৰৰ --
যত সজ অভিলাষ;
মোৰো তোমালৈ মৰম সিমান –
পাৰিবানে আজি বুজিব ? লাগিবনে আৰু সুধিব ??



## গীত

(বিচিত্ৰ)

### ।। তোমাৰ লগত, চিনাকি-পৰত....।।

তোমাৰ লগত,
চিনাকি-পৰত,
সাজিলোঁ কাৰেং-সোণালী ।
ভাবিলোঁ মনতে,
ওৰে জীৱনতে,
পাম শৰতৰে জোনালী ।।

জনাতো নাছিলোঁ সেয়া যে আছিল,
বালিঘৰ সজা কল্পনা ।
অলীক সপোন বুলি নেভাবিলোঁ,
আঁকিলো কতনো আল্পনা ।
সোণালী সুদিন নাহিল এদিনো,
নাহিলে আশাৰ পূৱালী ।।

মোৰ চৌপাশে, মাথোঁ শূণ্যতা,
সমাধিস্থলিৰ, নিশা-নীৰৱতা,
মই তথাপিও, নহওঁ নিৰাশ –
মন 'তুমি-ময়', বৰ্ণালী ।।



৭০

## গীত

(বিচিত্ৰ)

## ।। ইমান চিনাকি, হে'ৰা অচিনাকি ..... ।।

ইমান চিনাকি, হে'ৰা অচিনাকি,
অপৰূপা অনুপমা ।
তোমাৰ ৰূপৰ, পৰিচয় বিনে —
নাজানো একো ঠিকনা ।।

শাওণী-মেঘৰ বৰ্ণালী যেন,
তোমাৰ কেশৰ বন্যা ।
দাঁতে-ওঁঠে-মুখে, কেতেকী বোলেৰে,
অৰূপ ৰূপেৰে ধন্যা ।।

হ'ৰিণী চকুৰ, লাজুকী চাৱনি,
মৰম ওপছা, ইমান লাৱনি,
হিয়া আল্পনা আঁকা,
যেন পদুমৰ চকা —
হেৰা, কোন তুমি ৰূপ-কন্যা ??
সুন্দৰেই যদি, সত্যৰ ৰূপ,
মুখৰ ছবিটি, হৃদয় স্বৰূপ,
তুমি যে স্বনাম-ধন্যা; হেৰা অচিনাকি কন্যা ।।



## গীত

(বিচিত্ৰ)

### ।। তেওঁ অহাৰ দিনলৈ, মই চাওঁ বাটলৈ .... ।।

তেওঁ অহাৰ দিনলৈ,
মই চাওঁ বাটলৈ,
মন মোৰ, উজনি ভাটী ।
যেন, দিনটো নেযায়,
ৰাতিও নুপুৱায়,
তেওঁৰ কথা ভাবি ভাবি ।।

তেওঁ চোন আহিলে,
লগো পাওঁ অকলে,
কথাহে পাহৰি যাওঁ ।
কওঁ বুলি থোৱা,
কথাত আউল লগা,
মাথোঁ তেওঁৰ মুখলৈ চাওঁ ।
লাজেৰে দুচকু ঢাকি ।

যায়গৈ যেতিয়া,
তেওঁ মোৰ তেতিয়া,
দূৰত আন্ধাৰবে চাকি ।।



## গীত
(বিচিত্ৰ)

### ।। মই অসমীয়া ছোৱালী .......।।

মই অসমীয়া ছোৱালী ।
ব'হাগৰ বিহুতে, বিহু গীত গাওঁ,
ঘোষা-কীৰ্ত্তনৰো, পদ আৱৰাওঁ,
ৰান্ধো বাঢ়ো পুৰা গধূলি ।।

পিন্ধি ভাল পাওঁ, চাদৰ মেখেলা,
মুগা-পাট নিজে বোৱা ।
আ-অলংকাৰ, কেৰুমণি খাৰু,
জোনবিৰি বাখৰুবা ।
কাম-বন কৰি, বৰ ভাল পাওঁ,
নকৰোঁ এলাহ, সমূলি ।।

ৰোৱা তোলা কৰি, আদৰোঁ লখিমী,
চ'ততে বিহুৱান বওঁ ।
গুৰু পিতা-মাতাৰ, হাক-বচন শুনো,
মিঠা মুখে কথা কওঁ ।
জয়া-মূলা সতী বীৰাঙ্গনাক,
সজাওঁ জীৱনৰে চানেকি ।।



## গীত

(বিচিত্ৰ)

### ।। মই পাহাৰী বালিকা ....... ।।

মই পাহাৰী বালিকা ।
তোমাৰ সুৰৰ, মধু-ঝংকাৰে,
ওপচালে প্ৰাণ, ৰঙীন আশাৰে,
জ্বলালো হে দেৱ ! মন মন্দিৰত –
দেৱতা-পূজাৰ শলিতা ।।

মই যে ডালিমী, তুমি গদাপাণি,
কিমান মধুৰ,
প্ৰীতিৰ কাহিনী,
বেদনা সিক্ত, ভগ্ন হৃদয়ৰে,
সোঁৱৰো বিয়লি বেলিকা ।।

দুপাহি মালতী,
লেৰেলি সৰিল,
স্মৃতিৰ পাপৰি,
মাথোঁ জিল্‌মিল্ –
মৰমে উজ্বলা, সুনীল আকাশ,
সেয়েহে নহয়, জিলিকা ।।



## গীত

(বিচিত্ৰ)

### ।। মই আধুনিকা, পাঞ্চালী ...... ।।

মই আধুনিকা, পাঞ্চালী ।
বস্ত্ৰ হৰণলে –
দুঃশাসন নেলাগে,
কৰ্ণ-দুৰ্যোধনো –
অট্টহাস্যলে,
আপোনৰ বস্ত্ৰ, আপোনি হৰিছোঁ,
মই শিল্পীৰূপা ছোৱালী ।।

অল্প-বস্ত্ৰ, পৰিধান কৰি,
মই সমাজতো বহো,
এনে বস্ত্ৰৰেই, 'ফিল্ম-চিৰিয়েল'ত –
মই অভিনয়ো কৰোঁ ।
হওঁ স্বনামে বৰ্ণালী ।।

বুজো বা নুবুজো, এই পৰিধান,
আধুনিকতা নে আদিমতা,
প্ৰগতিনে অধোগতি এয়া --
হওঁনে ভাৰতীয় ছোৱালী !!



## গীত

(বিচিত্ৰ)

### ।। মোৰ মনৰ পদূলিৰে, যি আহে যায় ..।।

মোৰ মনৰ পদূলিৰে,
যি আহে যায়,
তেওঁৰ স'তে মোৰ চোন –
পৰিচয় নাই ।
তেও বাৰু কিয় মই, নিজে বুজা নাই,
হিয়াৰ কাৰেং যেন, ৰাখিছোঁ সজাই ।।

দেখিছিলোঁ তেওঁক, বহুতৰে মাজত,
তলমূৰ কৰি আছে, হয়তো লাজত,
হয়তো ভাবিছে, সকলোৰে তেওঁক চাই,
তেওঁৰ মান শ্ৰীৰূপা, আৰু কোনো নাই ।।

কেনেবাকে চকুৰে চকুৰে এবাৰ,
পৰিল তেওঁৰ স'তে –
মাজতে সভাৰ,
চালোঁ আমি বহুপৰ, দুয়ো দুয়োকে –
সোঁৱৰণে কিয় মোৰ –
জীৱন জুৰাই !!



## গীত

(বিচিত্র)

### ।। অনাহুত ভাৱে, লগ পালো মই ...।।

অনাহুত ভাৱে, লগ পালো মই,
চকুযুৰি পালো দেখা ।
অজানিতে মোৰ দিগ্‌ৱলয়ৰ –
যেন পোহৰৰ ৰেখা ।।

চকুৰ ভাষাৰ শবদৰ ধ্বনি –
কিমান তীব্ৰ হয়,
আজিহে বুজিলোঁ, তোমাৰ কাষত,
ক্ষন্তেক থিয় হৈ ।
এয়া আজীৱন, এটি শিহৰণ,
নেপাহৰা গীতি-লেখা ।।

মনৰ খবৰ জনাবৰ বাবে,
নেলাগে মুখৰ ভাষা ।
নীৰব শবদে, হয় হৃদয়তে,
অমৰকাব্য-লেখা ।
প্ৰথম দেখাতে, যদিহে ওপজে –
দুয়োৰে মৰম বেথা !!



## গীত

(বিচিত্ৰ)

### ।। মই তেনেকৈ, তোমাৰ মুখলৈ ....।।

মই তেনেকৈ, তোমাৰ মুখলৈ,
জানা জানো —
থাকো কিয় চাই ?
কওঁ বুলি ভবা, সকলোটি কথা,
কিয় জানো —
নোৱাৰো ক'ব লুকিয়াই !!

লগোতো পাওঁ, নোপোৱা নহয়,
অকলে নিৰলে, অনেক সময়,
আমাৰ চিনাকি, বহুতো পুৰণি,
পানীৰ মাজতে, থাকি যেন মোৰ,
পিয়াহৰ পানী নাই !!

ছাঁটোৱে চোন, বাঘ ৰূপ লৈ,
যেন পাছে পাছে খেদে,
দুচকুৱে চোন, নীল আকাশতে,
উৰাৰ মেঘ দেখে,
কয় কোনোবাই, পায়ো হেৰুৱাই,
সন্দেহক দিলে ঠাই ।।



৭৮

## গীত

(বিচিত্ৰ)

## ।। যোৰ শালিকী দেখিলোঁ মই .....।।

**যো**ৰ শালিকী দেখিলোঁ মই,
পুৱাই দুৱাৰ মেলি ।
ৰং মনেৰে, আছে হালেই,
আগ চোতালত খেলি ।।

আইতাই কৈছিল, যোৰ শালিকী,
দেখিলে বৰ ভাল ।
সেই বাবে, মোৰো আজি,
মনটো ফৰকাল ।
আশাৰে মই, বাটচাই আছোঁ --
'তেওঁ' আহিব বুলি ।।

বিহু দেখোন পালেহিয়েই,
মাজত এদিন বাকী ।
এদিনেই এবছৰ মোৰ,
অকলশৰে থাকি ।
কেতিয়ানো নিব লগত,
চামচোন এইবাৰ সুধি !!



## গীত

(বিচিত্ৰ)

।। সাজি কাচি নাচে মোৰ, মন-কন্যাই......।।

সাজি কাচি নাচে মোৰ,
মন-কন্যাই ।
ৰিম্‌ঝিম্ বৰষুণে –
নুপূৰ বজায় ।।

আঁকে মায়াজাল,
দুচকুত বাসনাই ।
হয় মন উচাতন,
কাকেনো ধিয়াই !
বুজনি নেমানে মনে –
মাথোঁ নাচি যায় ।।

এয়া যেন জগতৰ,
ৰীতি পুৰাতন ।
নিতে নৱ সৃষ্টিৰ,
কামনা-চয়ন ।
ইয়াৰ বিহনে, বিৰাজিব শূন্যতাই,
নাই নাই নাই, নাই একো নাই ।।



গীত

(বিচিত্ৰ)

## ।। সন্ধিয়া পৰতে, মোৰ পদূলিতে .......।।

সন্ধিয়া পৰতে, মোৰ পদূলিতে,
এষাৰি চিনাকি মাত ।
নুশুনিলে মানে, কোনেওঁ নেজানে,
এৰো মই ভোকৰে ভাত ।।

সেইষাৰি মাততে, মৌসনা আছে,
দূৰণিৰ বাঁহীটিৰ সুৰ ।
বৰষে অমিয়া, মন জুৰনীয়া,
জীৱনৰ সোণালী ভূৰ ।
আশাৰে নদীতে, সিখনি ভূৰতে,
মোৰো জীৱনৰে বাট ।।

সেইষাৰি মাতৰে, বন্তি শিখাৰে,
আন্ধাৰ মোৰ আঁতৰি যায় ।
তেওঁৰ মুখ খনিৰে, জোনৰ ছবিটিয়ে,
মন-প্ৰাণ উজ্বলায় ।
আমাৰ জীৱনৰে, যেন কৰবাতে,
আছে মিলনৰে ঘাট ।।



## গীত

(বিচিত্ৰ)

### ।। মোৰ জীৱনৰ, কাম্য লগন .......।।

মোৰ জীৱনৰ, কাম্য লগন,
স্বাগতম্ স্বাগতম্ ।
উদুলি-মুদুলি, পদুলি মূৰত,
মোৰ প্ৰাণ পুৰুষৰ আগমন ।।

আয়তী সকলে তোলে সুৱাগুৰি,
মৃঙ্গল উৰুলিৰে ।
আই দেউতাই বিষ্ণু ৰূপেৰে,
আদৰে বেদ-মন্ত্ৰেৰে ।
মোৰ মন-মন্দিৰত, দেৱতা পূজাৰ –
কত কল্পনাৰ আলোড়ন ।।

জীৱনৰ বাবে এই ক্ষণ হেনো,
কামনাৰ এটি শুভ ক্ষণ ।
সৃষ্টি-ধাৰাত, এই মন হেনো,
চিৰ সুন্দৰৰ আমন্ত্ৰণ ।
জীৱনে বিচৰা যুগ্ম জীৱন,
এটি প্ৰাণময়ী আৱাহন ।।



৮১

## গীত

(বিচিত্র)

### ।। বিবাহৰ আন এটি, নাম 'পৰিণয়'...... ।।

বিবাহৰ আন এটি,
নাম 'পৰিণয়' ।
এক মন, এক প্ৰাণ,
এখনি হৃদয় ।।

সৃষ্টিৰ পাতনি এয়া,
নৱ জীৱনৰ ।
এয়া যে মঙ্গল ক্ষণ --
মনৰো মনৰ ।
যুগ্ম জীৱনৰ ই যে --
কাম্য পৰিচয় ।।

সাক্ষী হয় দহোৰাইজ,
নিজা ৰীতি মতে ।
ৰজাঘৰো, মন্দিৰো,
হয়তো গুপুতে ।
অবিৰাম এটি সুঁতি অতি পুৰাতন --
মানবীয় কামনাৰ ৰূপ বৰ্ণময় ।।



## গীত

(বিচিত্র)

### ।। সেই মধু ক্ষণ, কাম্য লগন ...... ।।

সেই মধু ক্ষণ,
কাম্য লগন,
শত জীৱনৰ বাবে ।
বৰ্ণালী শোভা,
পুৱা অৰুণৰ,
প্ৰাণময়ী বতৰাৰে ।।

শীতৰ শুকান নদীৰ বুকুত,
বান আনে শাওণৰে,
ফুল পাত হীন উকঙা বননি,
মুখৰিত কাকলিৰে ।।

নোৱাৰে নুবুজে অভগা জীৱনে,
ছন্দময়ী এই ক্ষণ ।
যদিহে নেথাকে প্ৰাণে কামনাৰ –
মিলনৰ আলোড়ন ।
এই আগমন সিক্ত নহ'লে –
আৱেগৰ অনুৰাগে ।।



৮৪

## গীত

(বিচিত্ৰ)

### ।। চালে চকু ৰোৱা, পৰাণ জুৰুৱা .... ।।

চালে চকু ৰোৱা,
পৰাণ জুৰুৱা,
কাৰ এই খনি ছবি !
কোনেনো আঁকিলে,
কিনো তুলিকাৰে,
হেঙুল হাইতালে সানি ।।

যেন ছবি নহয়, সজীৱ ষোড়শী,
যেন মাতো মাতো কৰে ।
ক'বহে নোৱাৰে, প্ৰাণৰ বতৰা,
নিমাতী কন্যাৰ দৰে ।
অনেকৰ হৃদয়ৰ ৰাণী ।।

এবাৰ দেখিলে, দুচকু নাতৰে,
ঘনে ঘনে চোৱাৰ আশা,
নুশুনা কথাবোৰ, শুনাতকৈ সুমধুৰ -
ছবিটিৰ নোকোৱাঁ ভাষা ।
আজিহে ল'লো মই মানি ।।



## গীত

(বিচিত্ৰ)

### ।। আগেয়ে চিনাকি নাই ............।।

আগেয়ে চিনাকি নাই ।
কাৰ লগত আহিছে নেজানো,
আইৰে বোপাইৰে, নামধাম্ কি-নো –
ক'ৰে ছোৱালী তাই ।।

মুগা সাজ পিন্ধা, খোঁপাতে কপৌফুল,
মেনকা উৰ্বশী বুলি, কৰোঁ ভুল ।
তাইৰ নাচোন, চাই চাই চোন,
হেঁপাহ নপলায় ।
আৰু প্ৰথম দেখাতে, কি যে ভাল লাগি যায় ।।

বিহুৰ শেষত, সেয়ে যেনে তেনে,
তেওঁৰে কাষলে গ'লো ।
আৰু, চিনাকি হোৱাৰ চলেৰে মই,
মনৰ কথাটি ক'লো ।
বিহুৰ নাচেই 'আমাৰ বিয়া' খনি –
আজিও সোঁৱৰায় ।
প্ৰথম দেখাৰ, চেনেহ যঁচাৰ, সমান একো নাই নাই ।।



## গীত

(বিচিত্ৰ)

### ।। ঈষৎ হাঁহিৰ, দুপাহি চকুত .......।।

ঈষৎ হাঁহিৰ, দুপাহি চকুত,
আজিও বিজুলী ৰেখা ।
সময়-গতিৰ নিষ্ঠুৰ আঁচোৰ,
দেহে-মনে নাই দেখা ।।

এন্ধাৰ- বোলীয়া, কেশ-বন্যাত,
শাওণী মেঘৰ ভাষা ।
মৌ মৌ লগা, গীতেৰে-চিতেৰে –
ষোড়শীৰ ৰূপ-শোভা ।।

দিচাং দিখৌৰ কিমান জলধি,
লুইতত মিলি গ'ল ।
বসন্ত শৰত, বহু আগমন –
সোঁৱৰণ মাথোঁ হ'ল ।
তুমি হে আছা, ৰূপৰ প্ৰতিমা –
যেন সোণে ৰূপে গঢ়া ।
আবেদনময়ী এটি কবিতা –
গীতি ছন্দেৰে লেখা ।।



## গীত

(বিচিত্ৰ)

### ।। জাকপাতি জাঁকৈয়া-ছোৱালী ........ ।।

জাকপাতি জাঁকৈয়া-ছোৱালী,
মাছ মাৰিবলৈ ওলালি,
অ' হে'ৰ ৰঙিলীহঁত ।
খালৈ আঁটি আঁটি, ককাঁলত বান্ধিছ,
বুকুতে টানেকৈ, মেৰ্থনি মাৰিছ,
ধৰিবি মাছ বিলত ।।

পল জুলুকিৰে –
মাগুৰ-কাৱৈ-গৰৈ, শ'ল-শাল-জীয়নীয়া,
জাল বাই ধৰিবি, লাচিং-ভাঙোন-পুঠি,
লুথুৰিপাভ ধুনীয়া,
কান্ধুলি-চিতিকা, লালোৱা-শিঙৰা,
জকাইৰে মেটেকাৰ তলত ।।

ফাগুন চ'ত মহীয়া, বিলত মাছ ধৰা,
অ' হে'ৰ ৰঙিলীহঁত ।
ক'তো নোপোৱা, এয়া আনন্দ,
আছে গঞা জীৱনত ।।



## গীত

(বিচিত্ৰ)

### ।। সেন্দুৰী আম, প'কিছে ঐ ..........।।

সেন্দুৰী আম, প'কিছে ঐ,
বৰ মন যায় খাবলৈ,
আনা হাঁকুটি,
অ' পেহিটি,
যাওঁ ব'লা, আমৰ তললৈ ।।

ইমান মিঠা, আম যে ঐ,
নাই সতকাই পাবলৈ,
মৌ-মাখিয়ে,
জাকে জাকে,
চোঁৰাঁ চোন উৰে, কেনেকৈ !!

পেহীয়ে কয়, 'সেন্দুৰী তই',
নেযাবি আম পাৰিবলৈ,
মই বুঢ়ীয়েই যাম নিজেই,
তোক আম আনি দিবলৈ ।
আমৰ তলত সৌ জাক ল'ৰা,
কেঁচা মৌ হৈ আছে বৈ ।।



## গীত

(বিচিত্ৰ)

### ।। মোৰ বিদায়ত, যোৱাৰ পৰত ... ।।

মোৰ বিদায়ত, যোৱাৰ পৰত,
নোৱাৰো ঠিকনা দিব ।
সেয়েহে আগেয়ে, কৈ থওঁ শুনা –
অ' মোৰ প্ৰাণ-প্ৰিয় ।।

মোৰ ঠিকনা হয়তো সন্ধিয়া,
অজুত তৰাৰ মাজত ।
ঘৰৰ কাষত, বন বিৰিখত,
প্ৰভাতী পখীৰ গীতত ।
পুৱা বেলিটিৰ পোহৰৰ স'তে –
তোমাৰ কাষতে ৰ'ব ।।

দূৰ-সুদূৰৰ এছাটি বতাহ,
তোমাৰ বুকুৰ প্ৰতিটো উশাহ,
সময় গতিৰ প্ৰতিটি নিয়ত –
মোৰেই ঠিকনা হ'ব ।
মই গুছি গ'লে, তুমি নেকান্দিবা,
পল অনুপল মোক লগ পাবা, অ' মোৰ প্ৰাণ-প্ৰিয় ।।



## গীত

(বিচিত্ৰ)

### ।। মোৰ উৰণীয়া মন .......... ।।

মোৰ উৰণীয়া মন,
নব নৱ শিহৰণ,
জাগে প্ৰাণে অনুক্ষণ,
ল'ৰালি কালৰে, সোণালী দিনতে,
মই কৰোঁ বিচৰণ ।।

নাহে আৰু সেই দিন,
কালতে হ'ল বিলীন ।
মিঠা সোঁৱৰণি –
মাথোঁ হ'ল লগৰী,
(আৰু) স্মৃতি-পুলকিত-মন ।।

কেতিয়ানো গুছি গ'লা ,
নেজানিলোঁৱেই চোন ।
যেতিয়া আহিছিলা,
নিচিনিলোঁ তুমি কোন ।
অ' সোঁৱৰণি, নকৰা আমনি –
নাহে সেই সোণালী দিন !!



## গীত

(বিচিত্ৰ)

### ।। চ'তৰে শেষৰ, বাঞ্চনি ৰ'দালি ...।।

চ'তৰে শেষৰ, ৰাঙ্কনী ৰ'দালি,
পশ্চিমত মাৰ গ'ল ।
এটি বছৰে, মেলানি মাগিলে,
কালত বিলীন হ'ল ।।

এনেদৰে কত, নতুন বছৰ,
সুখ-দুখ স্মৃতি,
হ'ল অতীতৰ,
কালৰ বুকুত ৰ'ল ।।

অবিৰাম এই,
সময়ৰ গতি ।
ক্ষণে আগবাঢ়ে –
নাই নাই যতি !
এই সময়ৰ,
পল্ অনুপল্,
মানৱ জীৱন, অমৰ কৰাৰ –
হওক সাধনাৰ থল ।।



## গীত

(বিচিত্ৰ)

### ।। পুৰণি বৰ্ষ, জনালোঁ বিদায় .......।।

পুৰণি বৰ্ষ, জনালোঁ বিদায়,
যোৱাগৈ, যোৱাগৈ ।
কালৰ বুকুত হোৱাগৈ লীন,
হোৱা ইতিহাস অতীত হৈ ।।
যাচো আদৰণি, নতুন বছৰ,
বৰণৰ মালা হাতত লৈ ।
উলাহে-উছাহে চিতেৰে-গীতেৰে,
নতুন আশাৰ বতৰা কৈ ।
মধুৰ অতীত হ'ব সোঁৱৰণি --
কৰুণ কাহিনী পাহৰি গৈ ।।
কি উপহাৰ আনিছা, নেজানো,
আনিছানে শান্তি, প্ৰীতিৰ ফুল ?
অহাৰ পৰতে সুধিছোঁ তোমাক,
ক্ষেমিবা, যদিহে কৰিছোঁ ভুল !
সজাবানে বাৰু সবাৰে হৃদয়,
প্ৰেম অমৃতৰ বোঁৱতী নৈ ??



[ গুৱাহাটী অনাতাঁৰ কেন্দ্ৰৰ পৰা 'এই মাহৰ গাতৰ
বিশেষ অনুষ্ঠানত (জানুৱাৰী,২০১০ চন ) প্ৰচাৰিত। ]
কণ্ঠ : - ড° অনিমা চৌধুৰী, সুৰঃ- প্ৰসেনজিৎ কাংচ'

## গীত

(বিচিত্ৰ)

।। স্বাগতম্, স্বাগতম্, নতুন বছৰ .... ।।

স্বাগতম্, স্বাগতম্,
নতুন বছৰ স্বাগতম্ ।
পুৰণি বৰ্ষৰ বিদায় ক্ষণত,
নতুন, তোমাৰ শুভাগমন ।।

বিদায় সদায় বিষাদৰ ক্ষণ,
নৱ আগমন, মধুৰ লগন,
পুৰণি বৰ্ষ, জনাই বিদায়,
বিষাদেও ভৰে আমাৰ মন ।
অহাতেই আছে যোৱাৰ জাননী,
পুৰণিৰ শেষে, নতুন পাতনি,
গতিৰ পথত নতুন পণ ।।

সকলোকে প্ৰীতি, গীতেৰে সুৰেৰে,
যাচোঁ শুভ ইচ্ছা স্নেহ ওলগেৰে,
প্ৰেম-মৈত্ৰীৰ শান্তি প্ৰীতিৰ,
হওঁক নৱবৰ্ষ সৰ্বক্ষণ,
সুন্দৰম-মধুৰম্, নৱবৰ্ষ স্বাগতম্ ।।



৯৪

## গীত

(বিচিত্ৰ)

### ।। নৱবৰষৰে, এয়া লগন ........ ।।

নৱবৰষৰে, এয়া লগন,
ভৰে পুলকেৰে, নাচে তন্-মন্,
বুজাব নোৱাৰা, গীতে সুৰে ভৰা,
নৱ চেতনাৰ আলোড়ন ।।

আমি যে তোমাক সাদৰে আদৰোঁ,
কিনো হয় মন, বুজাব নোৱাৰোঁ,
তুমি যেন আশাৰ নতুন বতৰা,
পুৰণি সামৰি নতুন পণ ।।

মানুহেই পাৰে জগত খনিক,
সুখৰ সৰগ সজাব ।
মানুহেই পাৰে মানৱীয় গীত,
জগত টৌৱাই শুনাব ।
সাদৰে আদৰোঁ, নতুন বছৰ,
দিবা এনেকুৱা মহান মন ।
নতুন বছৰ আনা সকলোতে –
মানৱতাৰ আলিঙ্গন ।।



## গীত

(বিচিত্ৰ)

### ।। স্বাগতম্, স্বাগতম্, নৱবৰ্ষ স্বাগতম্.... ।।

স্বাগতম্, স্বাগতম্, নৱবৰ্ষ স্বাগতম্
'ৱেল্‌কম, ৱেল্‌কম, নিউ ইয়াৰ্, ৱেল্‌কম' ।।
জড়তা, মূঢ়তা, মিথ্যা, কলুষতা,
বাৰুদৰ ধোঁৱা, হিংসা-প্ৰৱণতা,
জনাওঁ বিদায়, স্বাগত জনাই –
নৱবৰষৰ শুভাগমন্ ।।
কৰ্ম-ক্ষমতা, মৈত্ৰী-মানৱতা,
স্বদেশে-বিদেশে, শান্তি-একতা,
সজ-চিন্তাৰ কৰ্ম্ম ধাৰাৰে –
গতিৰ পথত দৃঢ়-যাত্ৰাৰে –
লক্ষ্য পোৱা, আমাৰ পণ ।
এয়া জগতৰ, জন-কণ্ঠৰ,
গীতি ছন্দৰ অনুক্ষণ ।।
আজি মধ্য ৰাতিৰ শেষত,
বিংশ শতিকাৰ বিদায়ী ক্ষণত,
নৱ-শতিকাৰ প্ৰাণ স্পন্দন,
একবিংশ আগমন ।।



ৰচনা কাল : কুৰি শতিকাৰ বিদায় ক্ষণ- ইং ৩১-১২-১৯৯৯

## গীত

(বিচিত্ৰ, ঝুমুৰ সুৰীয়া)

### ।। চাহ্ গছৰ মাজে মাজে ........ ।।

চাহ্ গছৰ মাজে মাজে --
আমি, চাহ বনুৱাৰ চুকুৰী,
পাত তোলো, জাক পাতি,
ভৰাই মাথাৰ টুকুৰী ।।

গছৰ ডালে ৰঙা ৰঙা, চিৰিশ ফুলৰ ৰং,
আমাৰ চুলিত ৰঙা ৰিবন, ক'লা চুলিৰ ছং,
গছৰ তলে, চাহ্ বাগানে, চুকুৰীৰে জাক,
'বাবু' গিলাই, জামাদাৰে হেকাই আমাক,
জোৱান চোকোৰা গিলাই, কৰে যে চুপতি ।

মাদলৰ তালে তালে, আমি ঝুমুৰ নাচো,
কৰম পূজা, দূৰ্গা পূজাই, নিতৌ সাজোকাচো ।
পৰব অহাৰ আগে আগে, আমি 'বোনাচ' পাওঁ,
ৰঙা ৰঙা শাৰী ব্লাউজ, ফুলাম ৰুমাল লওঁ ।
ৰাত্ ভৰে, খেল-পথাৰে, মেলা-চিনেমা চাই,
আমাৰ নেথাকে জিৰণি --
আমি ৰাংচালি চুকুৰী; আমি বাগানৰ চুকুৰী ।।



গীত

(বিচিত্ৰ, ঝুমুৰ সুৰীয়া)

## ।। ভাৰতৰে আসাম দেশে ....... ।।

ভাৰতৰে আসাম দেশে,
চাহৰ খেতি হয় ।
কালাহান্দি এৰি আইলাম,
আসাম দেশে ঐ ।।

জংঘল ভাঙি চাহ ৰুলে,
আজো ককাইঁতে ।
শাৰী শাৰী কেঁচা সোনা,
চিৰিশ গাছৰ তলে ।
কলঘৰ সজাই, চাহ-পাত-বনাই,
বিলাত দেশে, চাহ-পাত ভেজাই
ৰেল-জাহাজত লৈ ।।

ক'তে আছে কালাহান্দি !
কি লাভৰে জানি,
আসাম দেশে, মিলি গৈলাম,
অচমীয়া(অসমীয়া) হৈ,
আমি, চাহ বুনুৱা হৈ ।।



১৮

## গীত

(বিচিত্ৰ)

### ।। জনমৰ চিনাকি মোৰ, ঐ জাঁজী নৈ ... ।।

জনমৰ চিনাকি মোৰ, ঐ জাঁজী নৈ ।
কত কথা মনত পৰে, পাৰত থিয় হৈ ।।

ভাদৰ পৰা চ'তলৈ চোন,
তই চেপেটা চিৰি,
আশাৰে বাটলৈ চাৱ,
ব'হাগলৈ বুলি ।
বৰ্ষাত ঢাপলি মেল, দোকোল-টকা হৈ –
তই, লুইতৰ বুকুলৈ ।।

পথাৰ সাৰুৱা কৰ,
খৰি-খেৰৰ যোগান ধৰ,
মাছ-কাছও দিয় আমাক –
তই বুকুত জীয়াই থৈ, অন্নপূৰ্ণা হৈ ।।

নৰোত্তম ডালিমীৰ দেশ, নগা পাহাৰত,
জনম লভিলি তই, শিলৰে বুকুত,
নামি আহিছ ভৈয়ামলৈ, সোঁৱৰণি লৈ —
পাহাৰী-ভৈয়ামী, আমি বকুৰ আপোন ঐ !!



## গীত

(বিচিত্ৰ)

### ।। বহু দূৰ আমি, আহিলোঁ বাটৰ ..... ।।

বহু দূৰ আমি, আহিলোঁ বাটৰ,
শেষ সীমা পোৱাৰ আশাৰে ।
যাত্ৰা কৰাৰ আগতে কতনো,
বুজালোঁ কথাৰে, লেখাৰে ।।

কৈছিলোঁ মই, তোমাক তেতিয়া,
বাটৰ বাধাৰ কথা ।
তুমি ক'লা, আমি পাৰহৈ যাম,
আমি দুয়ো, শুচি সঁচা ।
আমি আজীৱন, সুঁৱৰিম পণ,
যাত্ৰা-ক্ষণৰ বেলাৰে ।।

পৰুৱাই পোৱা, আমি বাটৰুৱা,
এতিয়া নোৱাৰো হ'ব ।
সাত শতৰুৰে কিৰিলি পাৰিব,
কাললৈ অখ্যাতি ৰ'ব ।
আমি অবিৰাম আগলৈ যাম —
সমৰ-বিজয়ী লক্ষ্যৰে ।।



১০০

## গীত

(বিচিত্ৰ)

### ।। 'মৰম' শব্দ এটি মিঠা অনুভৱ ....।।

'মৰম' শব্দ এটি মিঠা অনুভৱ,
বুজোৱাৰ নাই পৰিভাষা ।
এয়া আৱেগ ভৰা, এটি শিহৰণ,
জীৱনৰ বহণীয়া আশা ।।

যেতিয়া উদয় হয়, দুটি পৰাণত,
মৰমৰ বৰণীয়া ৰূপ ।
দুয়োৱে বুজিব পাৰে, পৰিধি কিমান,
মৰমৰ বিশাল স্বৰূপ ।
মৰম বিজুলী-গতি, মৰম শকতি,
বহুদূৰ দিগন্ত বিয়পা ।।

কাব্য-কবিতাৰে, কাপ-তুলিকাৰে,
মৰমৰ নহয় প্ৰকাশ ।
মৰম এখনি যেন অটল সাগৰ,
তৰা-ফুলে ওপচা আকাশ ।
মৰমৰ অনুভৱ নোৱাৰি কৰিব,
মৰমেৰে নহ'লে বোলোৱা ।।



## অৰ্পণ

মোৰ স্বৰ্গীয় পিতৃদেৱ **ডম্বৰুধৰ শৰ্মা** -

**যি জনক** মই পিতৃ হিচাপে উপলব্ধি কৰাৰ আগতেই, মোৰ জন্মৰ কুৰি দিনৰ পিচতে হেৰুৱালোঁ;

**যি জন** আছিল বেদজ্ঞ আৰু জোতিষ শাস্ত্ৰজ্ঞ পণ্ডিত, সু-শিক্ষিত আৰু স্বাধীনতা সংগ্ৰামী;

**যি জনে** ভাৰতৰ স্বাধীনতা সংগ্ৰামৰ অসহযোগ আন্দোলনত **'বগা বঙালৰ গোলাম নহওঁ'** বুলি চাহ বাগানৰ চাকৰি এৰি অসমত কৰ্ম্মবীৰ বৰদলৈ, দেশভক্ত ফুকন, লোকপ্ৰিয় গোপীনাথ বৰদলৈ, জননায়ক দেৱেশ্বৰ শৰ্মা প্ৰমুখ্যে নেতা সকলৰ আহ্বানত, তদানীন্তন শিৱসাগৰ জিলাৰ (বৰ্ত্তমান যোৰহাট) শিমলুগুৰি মৌজাৰ জাঁজী বামুন পুখুৰী অঞ্চলত কংগ্ৰেছ কমিতিৰ অন্যতম প্ৰতিস্থাপক 'চেক্ৰেটৰী' হৈ স্বাধীনতা সংগ্ৰামত ব্ৰতী হৈছিল;

আৰু

মোৰ স্বৰ্গীয়া মহিয়সী মাতৃ **জীৱেশ্বৰী দেৱী** —

**যি গৰাকীয়ে** জন্মৰ কুৰি দিনতে পিতৃহাৰা হোৱা একমাত্ৰ পুত্ৰ আমাক আৰু তিনিটি কন্যা সন্তানক অশেষ দুখ কষ্ট আৰু ত্যাগৰ মাজেৰে তুলিতালি ডাঙৰ দীঘল কৰি নিজ নিজ জীৱনত স্ব-স্থানত সংসাৰত প্ৰৱেশ কৰালে; ----

**সেই দুগৰাকী পিতৃ-মাতৃৰ** পবিত্ৰ স্মৃতিত মোৰ গীতি কাব্য সংকলন **"গীতি পঞ্চশত"ৰ পঞ্চম পুথি - "দেশ মোৰ, গীতে গীতে"** শ্ৰদ্ধাঞ্জলি স্বৰূপে অৰ্পণ কৰা হ'ল। — **নীলকান্ত শৰ্মা।**

## -ঃ সূচীপত্ৰ ঃ- (এক)

-: সূচীপত্ৰ :- (দুই)

-ঃ সূচীপত্ৰ ঃ- (তিনি)

-ঃ সূচীপত্ৰ ঃ- (চাবি)

-: সূচীপত্ৰ :- (পাঁচ)





## গীত

(প্ৰস্তাৱনা গীতি)

### ।। মোৰ দেশ, মোৰ প্ৰেম, মোৰ গীত ।।

মোৰ যে হৃদয়,
মুখৰিত হয়,
দেশ বন্দিত কণ্ঠৰে ।
হে মোৰ জননী,
হে জন্মভূমি আই –
পূজো শত গীতি-ছন্দৰে ।।

মোৰ মনে প্ৰাণে,
সেৱে অনুক্ষণে,
দুখানি চৰণ তোমাৰে ।
যাচে অঞ্জলি,
হৃদয় উজাৰি,
মাতৃ-বন্দিত গীতি - পুষ্পেৰে।।

আইৰ পূজাৰ, যোগ্য উপচাৰ,
নহয় তোমাৰ কণ্ঠৰে,
চৰণে অৰ্পিলো, গীতি-মালাধাৰি,
নিবেদি তোমাৰ প্ৰেমেৰে; তোমাৰ প্ৰেমেৰে প্ৰেমেৰে ।।

♣♣♣

## গীত

(একক কণ্ঠ)

### ।। দেশ মোৰ, গীতে গীতে ....... ।।

দেশ মোৰ, গীতে গীতে,
অঞ্জলি শতেক গীতৰ ।
স্বদেশৰ, অতীতৰ বৰ্ত্তমানৰ,
আৰু কল্পৰূপ ভৱিষ্যতৰ ।।

কল্পনাৰ ছবিখনো, অংকিত কৰি,
কোনো গীতে সজালোঁ অন্তৰা ।
হাঁহি আৰু চকুলোৰো, এটি দুটি গীতে,
দিব পাৰে, ইয়াৰো বতৰা ।
মোৰ এই মালাধাৰি, গীতৰ শৰাই –
দেশমাতৃ ! তোমাৰ চৰণৰ ।।

শ্যামলী অসম মোৰ, মাতৃ ভাৰতী,
মিলনেৰে 'এক', 'অনেক'ৰ --
শান্তি-প্ৰীতি-মৈত্ৰী, প্ৰেম মানৱতা,
অহিংসাৰ, ভাতৃত্ব বোধৰ ।
দেশতে সৰগ ৰচা, মানৱীয় আশা --
যুগে যুগে, মহাভাৰতৰ ।।

♣♣♣

## গীত

(একক কণ্ঠ)

### ।। গীতে গীতে, যেন ৰচি যাওঁ ..... ।।

গীতে গীতে, যেন ৰচি যাওঁ,
স্বদেশ প্ৰেমৰ সুৰ ।
চিতে চিতে, যেন যাচি যাওঁ,
প্ৰেম-প্ৰীতি সুমধুৰ ।।

মোৰ যে কামনা,
এখনি পৃথিৱী,
নেথাকিব য'ত, বিষাদৰ ছবি,
মানুহৰ দুখ,
মানুহে বুজিব —
বেদনা যে হ'ব দূৰ ।।

মোৰ গীতে-সুৰে, সবাৰো ওঁঠত,
যেন হাঁহি বিৰিঙাওঁ ।
বুকু ভ'ৰি থকা, যাতনাৰ বোজা,
পাতলাওঁ, আঁতৰাওঁ ।
শীতৰ উকণ্ডা, মনৰ বননি —
কৰোঁ কুঁহি-পাতে পূৰ ।।

♣♣♣

## গীত

(একক কণ্ঠ)

## ।। আই, অ' আই, মোৰে ঐ অসমী আই .... ।।

আই, অ' আই –
মোৰে ঐ অসমী আই,
মোৰে ঐ লখিমী আই,
আজি তোৰ সকৰুণ, দুখিনী বেশতে –
মোৰ হিয়া ভাঙি যায়।।

লঘোনত উচুপে, কান্দিছে কতনা,
লখিমী দেশতে, বুভুক্ষু যাতনা,
আমি অপদাৰ্থ –
আই তোৰে পুত্ৰ –
প্ৰতিকাৰ কৰা যে নাই !!

জাতীয় চেতনা, জগাবৰে বাবে,
লুইতৰ খহিছে, দুপাৰৰে গড়া ।
আমাৰ মুখৰে, মাত-ভাত হৰণৰ –
কৰা ঐ, প্ৰতিকাৰ কৰা ।
জাগা হে'ৰা আৰ্ত, অমৃত পুত্ৰ,
জাতীয় চেতনা জগাই ।।



[আকাশবাণী গুৱাহাটী কেন্দ্ৰৰ 'সুৰৰ শৰাই'ৰ বিশেষ অনুষ্ঠানত প্ৰচাৰিত]

**কণ্ঠ – ড° ভূপেন হাজৰিকা : সুৰ – মুকুল বৰুৱা।**

## গীত

### (দ্বৈতকণ্ঠী)

## ।। হে মোৰ, ওপজা মাটি ..... ।।

পুঃ- হে মোৰ,
ওপজা মাটি,
মোৰ সাধনাৰ ক্ষেত্ৰ ।
মঃ- হে মোৰ –
জন্মভূমি,
সৰগতকৈও শ্ৰেষ্ঠ ।।
পুঃ- তোমাৰ চাৰিও দিশে,
প্ৰকৃতি-শোভাৰে ভৰা।
মঃ- তোমাৰ সুৱদি ভাষা –
মৌ, চৌ-চৌ সৰা ।।
পুঃ- তোমাৰেই বন্দনা,
গীতৰেই অৰ্চনা,
হওঁক চেতনাৰ ছন্দ ।
মঃ- হোৱা যেন আই মোৰে,
শত শত জনমৰে,
মোৰ সাধনাৰ ক্ষেত্ৰ ।।



[ ভাৰতৰ স্বাধীনতাৰ স্বৰ্ণ জয়ন্তী বৰ্ষ উপলক্ষে, আকাশবাণী গুৱাহাটী কেন্দ্ৰৰ বিশেষ গীতৰ অনুষ্ঠানত আৰু দূৰদৰ্শনত দেশপ্ৰেমমূলক গীতৰ অনুষ্ঠানত প্ৰয়াত দিলীপ শৰ্মা আৰু শ্ৰীমতী সুদক্ষিনা শৰ্মাৰ দ্বৈত কণ্ঠত প্ৰচাৰিত। ]

## গীত

(একক কণ্ঠ)

## ।। সেউজীয়া তোমাৰ বৰণ .......... ।।

সেউজীয়া তোমাৰ বৰণ, চালে চকু লোৰা ।
পাহাৰে ভৈয়ামে আছে, সেউজ সানি থোৱা

তোমাৰ দেহৰ আঁচল খনি, নৈলে গাঁথি দিয়া,
আকাশী ওৰণি খনি, কিযে মোহনীয়া
আঘোণৰে তোমাৰ বৰণ,
সোণেৰে বোলোৱা ।
কপালতে জোন-বেলিৰ --
তিলক-আঁকি লোৱা ।।

আই তোমাৰ ফাগুন বনত,
পখীৰ মিঠা সুৰ ।
সেই মিঠা গীতত আমাৰ,
পৰাণ পৰে জুৰ ।
তোমাৰ কোলাৰ, চেনেহ পৰশ,
সুৰেৰে সজোৱা ।
কত পূণ্য বলে তোমাক --
মাতৃৰূপে পোৱা ।।

♣♣♣

[ গুৱাহাটী অনাতাঁৰ আৰু গুৱাহাটী দূৰদৰ্শন কেন্দ্ৰৰ
'সুৰৰ শৰাই' অনুষ্ঠানত প্ৰচাৰিত ।]

কণ্ঠ -- শ্ৰীমতী নীলিমা খাটুন : সুৰ -- মুকুল বৰুৱা

## গীত

(একক/বৃন্দগীত)

## ।। লুইত আমাৰ আপোন বান্ধৈ ...।।

লুইত আমাৰ আপোন বান্ধৈ,
আপোন দুটি পাৰ।
নাহে ডকা চাক্‌নৈয়া,
মাৰ্ ভাই নাৱৰ ডাঁৰ।।

ডিঙা ভৰা বেহানিৰে,
মনভৰা আশা।
সঁচা মৰম, চেনেহ ভৰা,
আমাৰ প্ৰাণৰ ভাষা।
ঘাটে ঘাটে, মৰম যাছোঁ —
জীৱন ওপচাৰ।।

বনিক বন্ধু অনেক আহে,
অচিন বেহা লৈ।
ভেজাল বিলাই, তেজাল সাজে,
বুকুৰ আপোন হৈ।
আহা বন্ধু, কৰোঁ আমি —
তাৰেই প্ৰতিকাৰ ।।

♣♣♣

[আকাশবাণী গুৱাহাটী কেন্দ্ৰৰ পৰা 'গীতৰ শৰাই' অনুষ্ঠানত আৰু দূৰদৰ্শনত প্ৰচাৰিত।]

কণ্ঠ — প্ৰয়াত অণিমা ভট্টাচাৰ্য্য : সুৰ — শ্ৰীজ্যোতি প্ৰকাশ দাস।

## গীত

(একক কণ্ঠ)

## ।। ভাষা জননীৰ সেৱক-সাধক .....।।

ভাষা জননীৰ সেৱক সাধক,
তোমাক জনাওঁ নমস্কাৰ।
'চিৰ চেনেহী'ৰ উন্নতি-সাধন –
হওঁক প্ৰতিজ্ঞা পুনৰ্বাৰ।।

মাউৰত জাতিৰ বিলোপ নহয়,
নমৰে নেখাই ভাত,
সেই জাতিয়েই, 'জীৱনতে' মৃত,
যদিহে হেৰাই নিজৰ মাত।
এই সকীয়নি, দিয়া অনুক্ষণে –
কৰা সৃষ্টিৰো, মূল আধাৰ।।

পৰৰ জননী, শ্ৰদ্ধা কৰোঁ আমি,
বৰ ভাল পাওঁ, আপোন আই।
মাতৃ-ভাষা-প্ৰীতি, গুণ সহজাত –
ইয়াত দোষৰ পৰশ নাই।
হে ভাষা জননীৰ সেৱক সাধক,শুনোৱা শাশ্বত সমাচাৰ।
তুমি, ভূত-ভৱিষ্য-বৰ্ত্তমানৰ,মঙ্গলকামী সূত্ৰধাৰ ।।



[অসম সাহিত্য সভাৰ 'ৰঙিয়া অধিবেশন'ৰ কবিতা কোঁৱৰ **অম্বেশ্বৰ চেতীয়া ফুকন** দেৱৰ সভাপতিত্বত বহা কবি সন্মিলনত পঠিত ।]

## গীত

(একক/বৃন্দগীত)

### ।। আহা জনগণ, মহা ভাৰতৰ ...... ।।

আহা জনগণ, মহা ভাৰতৰ,
আহা জনগণ, আই অসমৰ,
নমাওঁ আশাৰে ধল ।
দেশৰ শতৰু, পৰক ৰণত,
শান্তি-প্ৰেমৰ, কপৌ উৰক,
বাঢ়ক জনতাৰ বল ।।

জন মানসৰ, আশাৰ ভাৰত,
সজোৱাৰ আনো ক্ষণ ।
প্ৰগতি পথৰ, বাধা আঁতৰাও —
নাচক উছাহেতে মন ।
অসুৰ বিনাশি, অগনি শিখাৰে,
উজ্বলাওঁ ধৰাতল ।।

মিছা দেশপ্ৰেমীৰ, মুখা সোলোকাওঁ,
ভেজালে তেজাল, বেহ ভেদি যাওঁ,
সঁচা স্বদেশৰ-প্ৰীতি-বৰষাৰ —
আনো প্ৰাণে প্ৰাণে ধল ।।



[ডিব্ৰুগড় দূৰদৰ্শন কেন্দ্ৰৰ পৰা দেশপ্ৰেমমূলক গীতৰ অনুষ্ঠানত ১৯৯৫ চনৰপৰা স্বাধীনতা দিৱসত প্ৰচাৰিত।]

## গীত

(একক কণ্ঠ)

## ।। হে জননী জন্মভূমি ...... ।।

হে জননী জন্মভূমি,
মোৰ অসমী আই ।
ক'ত যে বীৰৰ, জননী তুমি –
তোমাৰ তুলনা নাই ।।

চিৰ নমস্যা, হে আই মোৰ,
মোৰ শত জনমৰ ।
নাই ভেদাভেদ্, কোনো কালেই,
নাই নাই ভিন্ পৰ ।
গছে পাতে যেন, নাচে উলাহতে,
তোমাৰ গৰিমা গাই ।।

তোমাৰ পূজাৰ, বেদীত যাচিছোঁ,
ভকতিৰ এই অঞ্জলি ।
বন্দনা-গীতে, মাগিছোঁ হে আই,
তোমাৰ আশিস নিৰ্ম্মালি ।
দেশৰ শতৰু, বিনাশৰ হেতু --
যাওঁ ক্ষণে আগুৱাই ।।



[ ডিব্ৰুগড় অনাতাঁৰ আৰু দূৰদৰ্শন কেন্দ্ৰৰ পৰা প্ৰচাৰিত ।]

**কণ্ঠ — শ্ৰীমতী কিৰণ নেৰ্বাৰ : সুৰ — শ্ৰীসুবীৰ গুপ্তা ।**





## গীত

(বৃন্দগীত)

### ।। এয়া আমাৰ প্ৰাণৰ আপোন ..... ।।

এয়া আমাৰ প্ৰাণৰ আপোন,
জীৱন-জোৰা আশাৰ সপোন,
মন-দাপোণত যাৰ ছবিটি —
পুলক ভৰি চাওঁ —
সেয়া আমাৰ গাওঁ ।।

আহিনৰে সেউজীয়া, পথাৰৰে শোভা,
আঘোণতে, মেলে য'তে, অযুত সোণৰ থোপা,
শাওণৰে আশাৰ সপোন, দিঠকতে পাওঁ,
আমি, ভঁৰাল ভৰাই যাওঁ ।।

নামঘৰ-মছ্জিদ্ আমাৰ,
ৰাইজৰ সেৱাৰ ঠাই।
সহজ-সৰল আমাৰ জীৱন,
অভাৱ একো নাই।
যেন এই গাঁওখনিতে, আকৌ —
মানৱ-জীৱন পাওঁ —
অ' আমাৰ গাওঁ ।।

♣♣♣

[আকাশবাণী ডিব্ৰুগড় কেন্দ্ৰৰ পৰা শ্ৰীমতী সান্ত্বনা বৰুৱা আৰু শ্ৰীশিৱচৰণ দাসৰ কণ্ঠত প্ৰচাৰিত ।]

## গীত

(একক/বৃন্দগীত)

### ।। বিশ্ববাসীৰ বহুতো যিদিনা ........।।

বিশ্ববাসীৰ বহুতো যিদিনা,
অজ্ঞান তিমিৰাছন্ন ।
বেদ ছন্দেৰে, আৰ্য ঋষিয়ে,
কৰিলে ভাৰতী ধন্য ।।

দস্যু ৰত্নাকৰে, মহাকাব্য ৰচে,
এই আৰ্যৱৰ্ত্ততে ।
শত সহস্ৰ, ভাষা কৃষ্টিৰো,
মিলন ঘটে ইয়াতে ।
আমাৰ জননী, মিলন ত্ৰিৱেণী,
সকলোটি অভিন্ন –
নাছিল প্ৰীতিৰ দৈন্য ।।

শান্তিৰ বাণী, গীতা কোৰাণৰ,
ধৰ্ম্ম-ৰাজনীতি, মানৱ হিতৰ,
মানৱীয় বোধ, বিশ্ব-শান্তি,
একে নৌকাৰে যাত্ৰী-ভাতৃ,
স্বৰ্গতো অধিক, ভাৰত ভূমিৰ, কালজয়ী মহামন্ত্ৰ ।।



[স্বাধীনতা দিৱসত গুৱাহাটী অনাতাঁৰ কেন্দ্ৰৰ পৰা **“গণতন্ত্ৰ দোলনি”** নামৰ সঙ্গীতালেখ্যত প্ৰচাৰিত। ] **প্ৰযোজনা :- মুকুল বৰুৱা ।**

## গীত

(একক/বৃন্দগীত)

## ।। ৰাইজেই ৰজা হোৱা, আমাৰ দেশৰ... ।। -(ক)

ৰাইজেই ৰজা হোৱা, আমাৰ দেশৰ, ৰাজধানী নহয় সুদূৰ
হাজাৰ বনুৱা দলে, দিনে ৰাতি কাম কৰে,
গঢ়ি উঠে, সৌৱা দিছপুৰ ।।

ইতিহাসে সাক্ষী দিয়ে, প্ৰাগজ্যোতিষৰ, গুৱাহাটী দেশৰ দুৱাৰ ।
শাসক-শাসিত আৰু অতীত গৌৰৱ মিলি,
এয়া ত্ৰিবেণী আজি কুৰি শতিকাৰ ।
নোৱাৰি বুজাব যেন, গানৰ ভাষাৰে,
কামনা পূৰণ ক্ষণ, কিমান মধুৰ !!

মেঘালয় খাচী-ভাই, ছিলং-পাহাৰ, পাহাৰ-ভৈয়াম আৰু সোঁত লুইতৰ,
যুগে যুগে,আমি হ'ম, প্ৰাণৰ আপোন, নাই নাই, কোনো ভিন্ পৰ্,
মৰমৰ এনাজৰী, নোৱাৰে ছিঙিব কেৱে,
আমাৰ চেনেহ-প্ৰীতি, চিৰ সুমধুৰ ।।

দিছপুৰ হোৱা সাক্ষী, আশা পূৰণৰ,
দিছপুৰ সেৱা কৰা, শাসিত জনৰ,
ভাৰতী-নুমলী-জী, আই অসমৰ,
দিছপুৰ হোৱা যেন, মিলনৰ সুৰ ।।

***

[অসমৰ ৰাজধানী মেঘালয়ৰ 'ছিলং'ৰ পৰা 'দিছপুৰ' লৈ স্থানান্তৰিত হোৱাৰ ক্ষণত ৰচিত আৰু 'দৈনিক অসম' কাকতত প্ৰকাশিত এই বিষয়ৰ বোধহয় প্ৰথম অসমীয়া গীতি-কবিতা।]

## গীত

(একক/বৃন্দগীত)

### ।। দিছপুৰ, দিছপুৰ, দিছপুৰ ...... ।। - (খ)

ৰাইজেই ৰজা হোৱা, আমাৰ দেশত,
ৰাজধানী আজি, নহয় বহু দূৰ ।
হাজাৰ বনুৱা দলে, দিনে ৰাতি কাম কৰি --
গঢ়িতোলা, সৌৱা দিছপুৰ ।।

ইতিহাসে সাক্ষী দিয়ে, পূৰ্ব্ব ভাৰতৰ,
গুৱাহাটী অসমৰ, দেশৰ দুৱাৰ ।
শাসক শাসিত আৰু, অতীত খিয়াতি মিলি,
এয়া ত্ৰিবেণী হওঁক, বহু শতিকাৰ।
জনতাৰ কামনাৰ, আশাৰ ভাষাৰ,
হওঁক মিলনপুৰ 'পঞ্চতীৰ্থ'ৰ ।।

শাসকে উঠিব বুজি, নেথাকি দূৰত,
ৰাইজৰ সুখ-দুখ, সমভাগী হৈ --
প্ৰগতি-পথেৰে দেশ, নিব আগলৈ,
সুখৰ সুদিন হ'ব, প্ৰাগজ্যোতিষৰ ।
বাজিব অসম ব্যাপি, এটি মিঠা সুৰ ---
প্ৰগতিৰ বন্তি জ্বলা --, সৌৱা দিছপুৰ ।।



[অসমৰ ৰাজধানী মেঘালয়ৰ 'ছিলং'ৰ পৰা 'দিছপুৰ' লৈ স্থানান্তৰিত হোৱাৰ পিছত ৰচিত অন্যতম গীত ।

## গীত

(বৃন্দগীত)

### ।। বিশ্ব বন্দিতা, মহিমা মন্দিতা .... ।।

বিশ্ব বন্দিতা,
মহিমা মন্দিতা,
সুৰেৰে ছন্দিতা, ভাৰতী ।
ৰূপে সু-শোভিতা,
গুণে বিভূষিতা,
যাচিছোঁ বন্দনা, আৰতি ।।
বেদে-কাব্যে দীপ্তা,
দেৱী মহাশ্বেতা,
সদা এক-চিন্তা, মূৰুতি ।
তুমি বিশ্বদীপা,
জ্ঞান-জ্যোতি শিখা,
তুমি অন্নপূৰ্ণা, ধৰিত্ৰী ।।
তুমি স্বৰ্গশ্ৰেষ্ঠা, শুচি পূণ্যব্ৰতা,
চিৰ শান্তিৰতা, -- গায়ত্ৰী ।
মৈত্ৰী অমৃতা, প্ৰেম-মানৱতা,
বিশ্ব শান্তি-ব্ৰতা, হে মাতৃ ।।



[১৯৯৫ চনৰ পৰা স্বাধীনতা দিৱসত ডিব্ৰুগড় দূৰদৰ্শন কেন্দ্ৰৰ পৰা "দেশপ্ৰেমমূলক গীত"ৰ অনুষ্ঠানত প্ৰচাৰিত। ]

কণ্ঠ : - ঐক্যতান শিল্পী গোষ্ঠী, নামৰূপ, অসম । সুৰ : - শ্ৰীসুধীৰ গুপ্ত ।
শিল্পী : - সৰ্বশ্ৰী অঞ্জলী দেৱী, উৎপলা শৰ্মা, ইলা শৰ্মা, শ্ৰীমতী গুপ্তা, কবিতা হাজৰিকা, মণিকা কলিতা, আৰু ইলো বৰুৱা ।

## গীত

## (বৃন্দগীত)

## ।। পুণ্যতীৰ্থ ভাৰতবৰ্ষ .........।।

পুণ্যতীৰ্থ ভাৰতবৰ্ষ,
শান্তিৰ বাণী প্ৰচাৰি ।
ধন্য ভাৰতীৰে, পুণ্য তপোবন,
শাশ্বত সত্য বিচাৰি ।।
স্বৰ্গশ্ৰেষ্ঠ আমাৰ জননী,
হে মহিয়সী, ভাৰতী ।
সাধনা লব্ধ, নৰতনু পোৱা,
গোৱা সুন্দৰৰে গায়ত্ৰী ।
জনমে জনমে, হে পুণ্যশ্লোকা,
কৰোঁ যে তোমাৰে আৰতি ।।
সত্য, দ্বাপৰে, তুমি যুগে যুগে --
একেটি মন্ত্ৰ শুনালা ।
মানৱ প্ৰীতিৰে, মধুৰ গীতিৰে,
মিলন মুৰুলী বজালা ।
ধন্য ভাৰতীৰে, অহিংস মন্ত্ৰ,
মৈত্ৰী-প্ৰগতি-সন্ধানী ।।



[স্বাধীনতা দিৱসত আকাশবাণী ডিব্ৰুগড় কেন্দ্ৰৰ পৰা
**"বৃন্দগীত"** অনুষ্ঠানত প্ৰচাৰিত। ]

**সুৰ ঃ - শ্ৰীৰাজেন গোহাঁই ।**

(বৃন্দগীত)

## ।। জনম-ভূমিৰ,কাম্য মুকুতিৰ .......।।

জনম-ভূমিৰ, কাম্য মুকুতিৰ,
হে ছহিদ! নমস্কাৰ ।
তোমাৰ ত্যাগৰ, বন্তি শিখাৰে,
মুকুতিৰ বেদী জাতিষ্কাৰ ।।

আত্মদানেৰে, স্বদেশ প্ৰেমেৰে,
দাসত্ব কৰিলা দূৰ ।
তুমি জনতাৰে, প্ৰাণৰো প্ৰাণৰে,
এটি নাপাহৰা সুৰ ।
যুগে যুগে আমি,
তোমাকে সুঁৱৰি,
মুক্তি মন্ত্ৰ, জপো এবাৰ ।।

তযু প্ৰাণাহুতি,
প্ৰেৰণাৰে গীতি,
অমোঘ-মন্ত্ৰ,
পূত-গায়ত্ৰী,
মুকুতি-প্ৰয়াসী জনতাৰ ।।



[ডিব্ৰুগড় দূৰদৰ্শন কেন্দ্ৰৰ পৰা 'ছহিদ দিৱস'ত প্ৰচাৰিত।]

# গীত

## (বৃন্দগীত)

## ।। মঙ্গল উৰুলি, শঙ্খ ধ্বনি ......... ।।

মঙ্গল উৰুলি, শঙ্খ ধ্বনি,
বাজে চৌদিশে, দেৱ দুন্দুভি –
যেন আকাশে বতাহে ।
মুক্তি দূতৰ, শুভাগমনত,
কামনাৰ ক্ষণ, নৱ প্ৰভাতত,
পুলকিত প্ৰাণ উছাহে ।
বন্দিনী আইৰ শৃঙ্খল হাতৰ,
ছিন্ন কৰিলে, কৰিলে আঁতৰ,
অহিংস অমোঘ অস্ত্ৰৰে ।
জাগিলে জনতা, পৰ পদানত,
মুক্তি লাভৰ আশাৰে ।।
**'সম্ভৱামি যুগে যুগে'**, উচ্চাৰণ আৰ্য্যৱৰ্ত্তৰে,
জন্মগত স্বত্ব, ল'ভিলে ভাৰতে,
অহিংস তোমাৰ অস্ত্ৰেৰে,
বাপুজী ! তোমাৰ মন্ত্ৰেৰে ।।

♣♣♣

[ ডিব্ৰুগড় দূৰদৰ্শন কেন্দ্ৰৰ পৰা প্ৰচাৰিত । ]

সুৰ ঃ - **শ্ৰীসুবীৰ গুপ্তা** । একক কণ্ঠ ঃ - **কিৰণ নেৰ্বাৰ** ।

বৃন্দগীতত ঃ - ঐক্যতান শিল্পী গোষ্ঠী, নামৰূপ, অসম ।

শিল্পী সকল ঃ সৰ্ব্বশ্ৰী **অঞ্জলী দেৱী, উৎপলা শৰ্মা, ইলা শৰ্মা, শ্ৰীমতী গুপ্তা, কবিতা হাজৰিকা, মনিকা কলিতা, আৰু ইলো বৰুৱা** ।

## গীত

## (বৃন্দগীত)

## ।। আই ভাৰতী বহু ধৰমৰ ....... ।।

আই ভাৰতী বহু ধৰমৰ,
অনেক ভাষাৰ মিলন তীর্থ ।
ভাষা ধৰমৰ ভিন্নতাৰেই –
মহা ভাৰতৰ শান্তি ঐক্য ।।
মন্দিৰ, গীৰ্জ্জা, বৌদ্ধ-বিহাৰ,
মছ্জিদ, আমাৰ পুণ্যক্ষেত্ৰ ।
ঈশ্বৰ, আল্লা, ৰাম-ৰহিম
এজনেই বুলি বুজিম অৰ্থ ।
সৰ্ব্ব ধৰ্ম্মৰ শিকনি একেই –
মানৱ প্ৰেমৰ গভীৰ তত্ত্ব ।।
ভিন্ন ভাষা, ভাৱৰ বাহন,
নহয় নহয় বিবাদ ক্ষেত্ৰ ।
প্ৰেম-প্ৰীতি আৰু দয়া কৰুণাৰ,
প্ৰকাশৰ এটি উপায় মাত্ৰ ।
ভিন্ন ভাষাই, ধৰমে শিকাই –
ভ্ৰাতৃ-বোধৰ অমৃত-মন্ত্ৰ ।।



[১৯৮৮ চনৰ স্বাধীনতা দিৱসৰ দিনা ডিব্ৰুগড় অনাতাঁৰ কেন্দ্ৰৰ পৰা প্ৰচাৰ হ'ব লগা 'স্বদেশ প্ৰেমমূলক' বৃন্দগীতৰ বিশেষ অনুষ্ঠানৰ বাবে ৰচিত ।]

## গীত

### (বৃন্দগীত)

### ।। অ' আমি মহা-ভাৰতীৰে .......... ।।

অ' আমি মহা-ভাৰতীৰে,
অ' আমি আই অসমীৰে,
পোহৰ প্ৰয়াসী দল।
আমাক লাগে, জ্ঞানৰ পোহৰ,
বিনাশি আন্ধাৰ প্ৰগতি পথৰ,
পৰাণত প্ৰীতিৰে ধল।।

নহয় আমি হিন্দু-ইছলাম্,
আমি নহয় বৌদ্ধ-খ্ৰীষ্টান,
আমাৰ ধৰম মানৱতা।
ভাষা ধৰমৰ, কৃত্ৰিম প্ৰভেদে --
নোৱাৰে নাশিব, প্ৰাণৰ একতা।
শান্তি প্ৰীতি আকাশতে --
আমি আঁকি যাওঁ, জেউতি-মৰল।।

আমাৰ গতি নহয়, স্থবিৰ --
যাত্ৰা আমাৰ নহয় অধীৰ --
আমাৰ শকতি হিমাচল।।



[আকাশবাণী ডিব্ৰুগড় কেন্দ্ৰৰ যোগে যুৱবাণী অনুষ্ঠানত
**শ্ৰীনৱ বৰুৱা আৰু সঙ্গীবৃন্দৰ কণ্ঠত প্ৰচাৰিত ।]**

## গীত

### (বৃন্দগীত)

### ।। আহ্ আহ্ অ', আহ্ ওলাই আহ্..... ।।

আহ্ আহ্ অ', আহ্ ওলাই আহ্,
অ' ডেকা দল, আহ্ আহ্ অ', আহ্ ওলাই আহ্।
দেশৰ শতৰু, নাশিবলে তোৰ –
বুকুত অসীম সাহ।।
দুবাহুত তোৰ,
আছে ভীম-বল,
তই লাচিতৰে নাতি।
গুৰু শঙ্কৰে শিকালে ঐক্য –
'মানুহ' মাথোঁ, এটি জাতি ।
তই যে অগণি –
দেশৰ শতৰু –
কৰিব লাগিব দাহ ।। আহ্ অ' আহ্ ........
হতাশা নিৰাশা, দে আঁতৰাই,
আশাৰে এবাৰ হাঁহ।
ভোগৰ বাবে, সুফলা মাটি
উছাহেৰে কৰ ছাহ।। আহ্ আহ্ অ' ...................



[আকাশবাণী গুৱাহাটী কেন্দ্ৰৰ পৰা 'ভোগৰ বতৰা' নামৰ সঙ্গীতালেখ্যৰ সমবেত গীত। ]

কণ্ঠশিল্পী বৃন্দ – পুলক বেনাৰ্জী, দিলীপ দত্ত, অৰ্চনা মহন্ত, অণিমা ভট্টাচাৰ্য্য আৰু ৰামেশ্বৰ পাঠক। সঙ্গীত পৰিচালক : - মুকুল বৰুৱা ।

## গীত
### (বৃন্দগীত)
## ।। আমি, নহয় আহোম বামুণ কছাৰী ..... ।।

আমি, নহয় আহোম বামুণ কছাৰী,
আমি অসমীয়া জাতি ।
অতি মৰমৰ, আই অসমৰ --
সোণ-গজা এই মাটি ।।

যদি কৰি ভুল, একতাৰ ডোল,
ছিঙাৰ প্ৰয়াস কৰোঁ ।
ইতিহাসে কাকো, ক্ষমা নকৰিব --
আমি, আও মৰণেৰে মৰোঁ ।।
সূৰ্যোদয়ৰ সৌমাৰ-জ্যোতি --
আন্ধাৰে ধৰিব ছাটি ।।

আগবাঢ়ি যাওঁ, বিকাশৰ বাবে,
আপোন আপোন কৃষ্টি ।
ভিন্নতাৰে মহান ঐক্য,
আহা আহা কৰোঁ সৃষ্টি ।
কৃষ্টিৰ যত, নদী উপনদী --
হওঁক লুইতৰ সুঁতি ।।



[ **'দৈনিক অসম'** কাকতত প্ৰকাশিত]

## গীত

## (বৃন্দগীত)

### ।। শক্তি আমি, যুক্তি আমি ...... ।।

শক্তি আমি,
যুক্তি আমি,
মুক্তি আমাৰ পণ।
প্ৰেম আমি,
প্ৰীতি আমি,
স্নেহৰ আলিঙ্গন।।

গতি আমাৰ লগৰীয়া,
যতিক নিদিওঁ লাই।
দৃষ্টি আমাৰ দিগন্তলৈ —
মিলনৰ গীত গাই।
স্থবিৰতাৰ মৰুক সজাওঁ —
গতিশীলতাৰ সেউজবন।।

'বৃষ্টি' আমি, 'সৃষ্টি' আমি,
আনো মৈত্ৰীৰ বান।
শান্তি আমাৰ, বস্তি প্ৰাণৰ —
পোহৰ আমাৰ ধ্যান।।



[ স্বাধীনতা দিৱসত আকাশবাণী ডিব্ৰুগড় কেন্দ্ৰৰ পৰা বৃন্দগানৰ বিশেষ অনুষ্ঠানত প্ৰচাৰিত ।] সুৰ — শ্ৰীৰাজেন গোহাঁই।

# গীত

## (বৃন্দগীত)

## ।। স্বাধীন ভাৰতৰ সংবিধান ........।।

স্বাধীন ভাৰতৰ সংবিধান,
প্ৰণেতা অগ্ৰণী, হে মহান,
যাচিছোঁ অঞ্জলি, অসীম শ্ৰদ্ধাৰ ।
জন্মশত বৰষত,
আম্বেদকাৰ ।।

জনম-সূত্ৰে কোনো খ্যাত নহয়,
তোমাৰ জীৱনীয়ে, যেন তাকে কয়,
কৰ্ম্মহে জীৱনৰ, খ্যাতিৰ আধাৰ,
তাৰেই স্বাক্ষৰ তুমি –
হে আম্বেদকাৰ ।।

নিখুঁত শাসননীতি, ৰচা টান কাম,
'ধাৰা' আমি প্ৰয়োজনে সলাম, বঢ়াম,
সজাম সংবিধান,
আমাৰ আশাৰ ।
ভাৰত শাসন নীতি, স্বতন্ত্ৰতাৰ ।
তুমি দিয়া আধাৰত, আম্বেদকাৰ ।।



[ স্বাধীন ভাৰতৰ সংবিধান মুখ্য প্ৰণেতা ড' বি. আৰ. আম্বেদকাৰৰ জন্ম শত বাৰ্ষিকী উদ্‌যাপন (নামৰূপত) অনুষ্ঠানৰ বাবে ৰচিত আৰু পৰিবেশিত। ]

সুৰ আৰু পৰিচালনা – সঙ্গীত অধ্যাপক ৰসেশ্বৰ বৰুৱা, সঙ্গীত বিশাৰদ
আৰু ২০০৯ চনৰ গনতন্ত্ৰ দিৱসৰ দিনা গুৱাহাটী অনাতাঁৰ কেন্দ্ৰৰ পৰা
'লোকতন্ত্ৰৰ লগ্ন' নামৰ সঙ্গীতালেখ্যত প্ৰচাৰিত ।
প্ৰযোজনা - শ্ৰীপ্ৰসেনজিৎ ফাংচ' ।

## গীত

### (বৃন্দগীত)

### ।। সাত-সাগৰ, তেৰ-নদী সিপাৰৰ ........।।

সাত-সাগৰ, তেৰ-নদী-সিপাৰৰ,
বণিকে ৰচিলে নীতি, দেশ শাসনৰ,
আমাৰ পুণ্যভূমি, মহাভাৰতৰ,
সেয়া কাহিনী –
পৰাধীন ভাৰতৰ ।।

জনতাৰ কাম্য 'মুক্তি', ফলবতী হ'ল,
ভাৰতত পৰাধীন বেলিমাৰ গ'ল,
ভূমি পুত্ৰই ৰচা শাসনৰ নীতি –
মানবীয় অধিকাৰ –
কৰিলে স্বাক্ষৰ ।।

মুখ্য প্ৰণেতা, ভাৰতৰ সংবিধান,
হে আম্বেদকাৰ –
তুমি যে মহান ।
সময়ে সলনি কৰা,
শাসন 'ধাৰা'ই –
ৰূপ দিব ভাৰতীয়, মনৰ আশাৰ ।।



[স্বাধীন ভাৰতৰ সংবিধান মুখ্য প্ৰণেতা ড° বি. আৰ. আম্বেদকাৰৰ জন্মশতবাৰ্ষিকী উদ্‌যাপন (নামৰূপত) অনুষ্ঠানৰ বাবে ৰচিত আৰু পৰিবেশিত]
সুৰ আৰু পৰিচালনা – সঙ্গীত অধ্যাপক ৰমেশ্বৰ বৰুৱা, সঙ্গীত বিশাৰদ ।

## গীত

### (বৃন্দগীত)

### ।। ওঁম্ ধ্বনিৰ মধ্যমণিত........।।

ওঁম্ ধ্বনিৰ মধ্যমণিত,
নিহিত সৃষ্টিৰ বীজ মন্ত্ৰ।
চৰাচৰ জগতৰ, স্থিতিযে অলীক --
যদিহে বিলুপ্ত সূৰ্য।।

উৰণ-বুৰণ-গজণ-গমণ,
পৰমআত্মাৰে প্ৰকাশ।
মানৱীয় সুমতিৰ, বোধ ধ্বনিতে,
নিহিত আছে, সৃষ্টিৰ বিকাশ।
আৱাহন কৰোঁ সেয়ে 'সৰ্বমঙ্গলম্'
বাজক প্ৰগতিৰ তূৰ্য।।

মানৱ প্ৰেমৰ মহা মন্ত্ৰেৰে,
বিতাড়ণ কৰোঁ ভাব, উচ্চ-অন্ত্যজ,
হিংসা-খিয়াল, বিনাশ চিন্তা ত্যাগি --
প্ৰেম চিন্তাৰে, মন কৰোঁ উচ্চ ।
শান্তি-মৈত্ৰী-প্ৰীতি, আহক বৰ্ষা হৈ --
ওঁম নমঃ সূৰ্য, ওঁম নমঃ সূৰ্য ।।



['সদৌ অসম ব্ৰাহ্মণ মহাসভা'ৰ প্ৰতীক গীত হিচাপে ৰচিত, গৃহীত আৰু পৰিবেশিত।]

## গীত

## (বৃন্দগীত)

## ।। প্ৰণামো জননী, শ্যামলী অসমী ..... ।।

প্ৰণামো জননী,
শ্যামলী অসমী,
সাদৰী লখিমী, ওপজা ঠাই ।
তুমি অনুপমা,
তুমি নিৰুপমা,
তোমাৰ ৰূপৰ, তুলনা নাই ।।
তোমাৰ অতীত, গৰিমাৰে ভৰা,
অযুত কাহিনী, মন প্ৰাণ হৰা,
সোণালী-আখৰে, লিখা ইতিহাসে –
যাব চিৰ কাল সোঁৱৰাই ।।
সাহসৰ, তিয়াগৰ, মিলনৰ,
সাক্ষী অতীতৰ,
সোণালী দিন ।
যাউতিযুগীয়া,
প্ৰীতিৰ বান্ধোন –
ভেদৰ বতাহে নিছিঙে আই ।।



[আকাশবাণী ডিব্ৰুগড় কেন্দ্ৰৰ গনতন্ত্ৰ দিৱসৰ বৃন্দগীতৰ বিশেষ অনুষ্ঠানত প্ৰচাৰিত।] সুৰকাৰ - শ্ৰীৰাজেন গোহাঁই ।

## গীত

### (বৃন্দগীত)

## ।। ভাৰত আমাৰ শান্তি প্ৰীতিৰ .....।।

ভাৰত আমাৰ শান্তি প্ৰীতিৰ,
পঞ্চশীলৰ দেশ ।
অহিংস অস্ত্ৰে, লব্ধ স্বৰাজ,
বিশ্বৰ অভিলেখ ।।
নেলাগে নেলাগে, নেলাগে আমাক,
লোকৰ এচাঁহী মাটি ।
আমি দ্ৰাছ্‌-কাৰ্গিল, ৰক্ষা-মন্ত্ৰেৰে —
জাগ্ৰত দিনে ৰাতি ।
ভাৰত মাতাৰ বীৰ পুত্ৰৰ,
ইযে সুদৃঢ় পদক্ষেপ ।।
স্বদেশৰ সীমা, 'লক্ষ্মণ ৰেখা',
কদাপি নহওঁ পাৰ ।
শত্ৰুৱে ইয়াত, যদি দিয়ে ভৰি,
কৰোঁ সমুচিত, প্ৰতিকাৰ ।
দেশ ৰক্ষাৰ বাবে যে সদায়,
আমাৰ ৰুদ্ৰ বেশ, আমাৰ ৰুদ্ৰ বেশ ।।



২০০৯ চনৰ গনতন্ত্ৰ দিৱসৰ দিনা গুৱাহাটী অনাতাঁৰ কেন্দ্ৰৰ পৰা
'লোকতন্ত্ৰৰ লগ্ন' নামৰ সঙ্গীতালেখ্যত প্ৰচাৰিত ।
প্ৰযোজনা - শ্ৰীপ্ৰসেনজিৎ ফাংচ' ।

# গীত

## (বৃন্দগীত)

## ।। আমি, অসমীয়া-মাৰাঠী-উৰিয়া ..... ।।

আমি, অসমীয়া-মাৰাঠী-উৰিয়া,
হ'লেও যে ভাৰতীয় ।
পাঞ্জাবী, মাৰাঠী, তামিল, কাশ্মিৰী,
ভাই ভাই আমি প্ৰিয় ।।

হিন্দু-ইছলাম-শিখ-খৃষ্টীয়ান,
কতনো ধৰম আছে ।
আই ভাৰতৰে, কত প্ৰান্তৰে,
কতনো ভাষাৰে মাতে ।
তথাপিও আমি, এটি মহাজাতি –
সুমহান ভাৰতীয় ।।

ভিন্ন পৰিচয়, ভিন্ন ধৰম,
ভিন্ন হ'লেও ভাষা ।
ভিন্নতাৰেই একতাৰ ভেটি,
যুগে যুগে আছে বন্ধা ।
বিশ্ববাসীয়ে ক'ব সৰ্ব্বকালে –
ভাৰত অতুলনীয় ।।



[ 'দৈনিক অসম' কাকতত প্ৰকাশিত ]

## গীত

### (বৃন্দগীত)

### ।। শুভ দিন আহিলে, ....... ।।

শুভ দিন আহিলে,
আই ভাৰতলে,
মুকুতি-শঙ্খ বাজিলে ।
পৰাধীনতাৰ,
ছিণ্ডি শৃঙ্খল –
জননী মুক্ত সাজিলে ।।

আৰম্ভ কৰিলে, যাত্ৰা অবিৰত,
প্ৰগতিৰ এয়া গতি ।
শান্তি থাপিব,
দৰিদ্ৰতা নাশি –
নাই যাত্ৰাৰ যতি ।
উছাহতে মন নাচিছে ।

কৌটি কৌটি, জনতাৰ বুকু,
ৰঙীন আশাৰে ভৰিছে ।
সমতাৰে গঢ়া, শান্তি-প্ৰীতিৰ –
দেশৰ সপোন দেখিছে ।।

♣♣♣

## গীত

### (বৃন্দগীত)

।। 'বন্দেমাতৰম্, বন্দেমাতৰম্'........।।

বন্দেমাতৰম্,
বন্দেমাতৰম্',
সমকণ্ঠে গাওঁ আমি –
'বন্দেমাতৰম্' ।।

আগবাঢ়ি যাওঁ,
আমি নিজিৰাওঁ,
প্ৰগতি পথৰ বাধা –
আমি আতৰাওঁ ।।

জয় স্বদেশৰ জয়,
শান্তি-প্ৰীতিৰ জয়,
বিশ্ব সভাত, উচ্চ শিৰত –
কিৰীটি পিন্ধাওঁ ।।

আমি কৰোঁ পণ,
হ'লে প্ৰয়োজন,
ৰাখিম দেশৰ মান –
উছৰ্গি জীৱন ।।



## গীত

### (বৃন্দগীত)

### ।। অমৃতপুত্র আমি, ভাৰত-সন্তান ...... ।।

অমৃত পুত্র আমি, ভাৰত সন্তান,
শান্তি আনিম মৰতত ।
জগাম জগত বাসী,
নিশাৰ শেষত –
শান্তিৰ নৱ প্ৰভাতত ।।

সুন্দৰৰ আৰাধনা, কৰি অনাবিল,
গীত অভিনয়, নানা কলা সাধনাৰে,
হৃদয় বেদী, সজাওঁ আমি,
মানৱ দৰদী, প্ৰেম-প্ৰীতিৰ সুৰেৰে,
ধৰণী ধুনীয়া কৰি, তমসা বিনাশি,
উজ্বলাওঁ চৌদিশ, মধু জোনাকত ।।

কাম্য সৰগ, সজাম আমি,
চিৰ পৰিচিত, মাটিৰ বুকুত,
জ্ঞান সাধনা ব্ৰতী, প্ৰতিভা অঙ্কুৰ,
বিকশাম আমি এতি মিলন সুৰত,
বিকশাম আমি এতি মিলন সুৰত ।।

♣♣♣

## গীত

### (বৃন্দগীত)

## ।। বন্দিতা আমাৰ আই ভাৰতী ....... ।।

বন্দিতা আমাৰ আই ভাৰতী,
আমাৰ সাধনা ক্ষেত্ৰ ।
প্ৰাণৰ সপ্তসুৰে-ছন্দিত,
ৰঞ্জিত যোগ-সূত্ৰ ।।

বাৰে বাৰে গৈ, আহিছোঁ উলটি,
তোমাৰ কোলালে আই !
তোমাৰ চেনেহ-প্ৰীতি পৰশত,
ধন্য মানৱ জীৱন পাই ।
সৰগ কামনা, কৰি অকাৰণে,
নকৰোঁ হৃদয় ৰিক্ত ।।

চিনাকি, আমাৰ নীলা- আকাশেৰে,
সুজলা-সুফলা মাটিৰে,
পৰিচিত গিৰি, সুনীল সাগৰ,
মাণিক মুকুতা, তোমাৰ বুকুৰ,
জীৱনে-জীৱনে আই ভাৰতী –
তুমি, বন্দিতা ৰূপতীৰ্থ ।।

♣♣♣

[৪৬৫]

# গীত

## (বৃন্দগীত)

### ।। হে মাতৃ ! জন্মভূমি ...... ।।

হে মাতৃ ! জন্মভূমি,
নিবেদিছোঁ অশেষ শ্ৰদ্ধা ।
চৰণ স্পৰ্শি, কৰোঁ শপত,
উৰাম তোমাৰ, জয়ৰ ধ্বজা ।।

আই তোমাৰ,
আকাশ বতাহ,
আমোল মোলাওক --
প্ৰীতিৰ সুবাস,
হে জননী, তোমাৰ কৃপাত –
সৰ্বাংগ সজাওঁ,
আমাৰ পঁজা ।।

লুইত-গঙ্গা-যমুনাৰে,
শস্য শ্যামল,
নদীৰ পাৰে,
আমাক নিতে, যায় সোঁৱৰাই –
আই তুমি লক্ষ্মীৰূপা ।।

♣♣♣

## গীত

### (বৃন্দগীত)

### ।। আমি এক জাতি, আমি এক প্ৰাণ ....... ।।

আমি এক জাতি,
আমি এক প্ৰাণ,
আমাৰ কাম্য, একতা ।
আই অসমৰ,
মহাভাৰতৰ,
আমি, শান্তিকামী জনতা ।।

আমি আগুৱাওঁ,
একেলগে গাওঁ,
'কৰ্ম্মই আমাৰ ধৰ্ম্ম' ।
ভাষা ধৰমৰ, কৃত্ৰিম ভেদৰ,
বুজিম বিনাশী মৰ্ম্ম —
আমি এক জাতি, হৃদয়ত আছে —
বিভেদ নাশৰ দৃঢ়তা ।।

আমি ভাৰতৰ,
নতুন দিনৰ,
হওঁ ইতিহাস ৰচোতা, শান্তি মৈত্ৰী আনোতা ।।

♣♣♣

# গীত

## (বৃন্দগীত)

।। আমি ভাই ভাই, ভিন্-পৰ্ নাই ...... ।।

আমি ভাই ভাই,
ভিন্-পৰ্ নাই,
শান্তিকামী জনতা ।
মহাভাৰতৰ,
মহাকাব্যৰ,
শিকনি, মৈত্ৰী একতা ।।

আমি, উচ্চ শিৰেৰে,
প্ৰেম মৈত্ৰীৰে,
জননীৰ ৰাখো মান ।
দেশৰ শান্তি,
বিশ্বশান্তি,
আমাৰ সপোন, আমাৰ ধ্যান ।
আমাৰ, নাই চিন্তাৰ জড়তা ।।

আমাৰ গীতে-চিতে, যাত্ৰাৰ পথে,
লক্ষ্য লাভৰ দৃঢ়তা ।
আমি, ভাৰতীয় জনতা ।।



## গীত
## (বৃন্দগীত)

।। জা-গা, জা-গা,... ভাৰতবাসী জাগা ।।

জা-গা, জা-গা, .........
জাগা ভাৰতবাসী জাগা ।
তুমি, প্ৰেম-মৈত্ৰী অভিলাষী,
তুমি, শান্তি প্ৰীতিৰ প্ৰয়াসী,
উচ্ছাৰা কণ্ঠ নিনাদি –
মুখৰিত অমৃত ভাষা ।।

সন্ত্ৰাসে বিনাশে ভাৰতী,
প্ৰেমহীন প্ৰাণৰ কৰণি,
সমতা, মমতা, সত্য সুন্দৰক,
আমি যেন হৈছোঁ নুবুজা –
আৰু, কিনো মানবীয় আশা ।।

হে জনগণ, মহাপ্ৰাণ !
তুমি, আশা-জ্যোতিৰে, জ্যোতিষ্মান,
তুমি, 'বিনাশী আন্ধাৰ' দূৰ কৰা,
অমোঘ কৃপাণ প্ৰহাৰা –
জনতাহে দেশৰ ভৰষা ।।

♣♣♣

# গীত

(একক/বৃন্দগীত)

## ।। জন জীৱনৰ, যাত্ৰা পথত........।।

জন জীৱনৰ, যাত্ৰা পথত,
আহা ফুল সিঁচি যাওঁ ।
আই ভাৰতীৰ, আশাৰ ভাষাৰ,
শান্তি-প্ৰীতি-গীতি গাওঁ ।।

বাৰুদৰ ধোঁৱা, ঢাল-তৰোৱাল,
সেউজী মাটিত, তেজৰ কৰাল,
প্ৰেমৰ অন্তৰায়,
আমি, যাওঁ আঁতৰায়,
সকলো মানুহ, আমি ভাই ভাই,
নাই ভিন্ পৰ্, নাই নাই নাই –
প্ৰেম-তীৰ্থৰ সহযাত্ৰী আমি –
ভাৰতী এখনি 'নাও' ।।

সকলোৰে আছে, এটি অধিকাৰ,
জনম লভিলে, জীয়াই থকাৰ,
অনীতি-অসূয়া দূৰ কৰি যেন –
সবম ইয়াতে পাওঁ ।।

♣♣♣

## গীত

## (বৃন্দগীত)

## ।। আন্ধাৰ জগত খনি, আমি পোহৰাওঁ......।।

আন্ধাৰ জগত খনি.,
আমি পোহৰাওঁ,
জ্বলাই জ্ঞানৰ বন্তি।
জীৱ জগতৰ, 'অমৃত পুত্ৰ' আমি,
আবাহন হওঁক, চিৰ শান্তি।।

ভাষা আৰু ধৰমৰ,
শতেক বিভেদ,
মানৱীয় চেতনাৰে, আঁতৰ কৰিম।
মিলিজুলি সকলোটি,
জীয়াই থকাৰ –
আশাৰ অধিকাৰ, আমি প্ৰচাৰিম –
দূৰ কৰি বিভেদৰ ভ্ৰান্তি।।

পথৰ বিঘিনি আমি, নহওঁ লোকৰ,
পাৰিলে সহায় হ'ম, যাত্ৰা পথৰ,
প্ৰেম-প্ৰীতিৰ সহযাত্ৰী।
সৰগ সজাওঁ 'ভাৰতী'।।

♣♣♣

## গীত
## (বৃন্দগীত)

## ।। যদিহে ভাবিছা, অন্যায়ৰ বাবে ......।।

যদি কাৰোবাৰ অন্যায়ৰ বাবে,
হোৱা তুমি সৰ্ব্বহাৰা ।
জাগা ভাৰতৰ সুপ্ত জনতা
ইয়াৰ বিচাৰ কৰা !!

অন্নপূৰ্ণা জননী আমাৰ,
শস্য-খনিজেৰে ভৰা ।
এয়া সম্পদ, সকলোৰে বাবে --
অনাতন আঁতৰোৱা ।
যদি এই নীতি, মনা হোৱা নাই,
কৰা, প্ৰতিকাৰ কৰা ।।

আমাৰ দেশত, ৰাইজেই ৰজা,
আমাৰ দেশত, ৰাইজেই প্ৰজা,
শাসন নীতিও, আমিয়েই ৰচা,
জন মানসৰ, আশাৰ ভাৰত --
কিয়নো নহ'ব গঢ়া,
জাগা ভাৰতৰ জাগা জনতা, জাগা জাগা জাগা জাগা ।।

♣♣♣

## গীত

## (বৃন্দগীত)

## ।। দেশৰ মাটি চুই মাতৃ .......।।

দেশৰ মাটি চুই মাতৃ,
কৰোঁ আমি পণ ।
জনম ভূমিৰ বাবে কৰিম –
মৰণ আলিঙ্গন ।।

'স্বৰ্গাদপী গৰীয়সি',
জন্মভূমি আই ।
কল্প লোকত, আমাৰ বাবে,
ক'তো সৰগ নাই ।
দেশৰ বাবে, দিম বলিদান –
আমাৰ জীৱন ।।

নিবিচাৰোঁ, লোকৰ দেশৰ,
এচাঁহীও মাটি ।
শত্ৰুমুক্ত কৰি ৰাখিম,
দেশক দিনে ৰাতি ।
স্বদেশ প্ৰীতিৰ, মন্ত্ৰ জপিম,
আমি সৰ্ব্বক্ষণ ।।

♣♣♣

## গীত

### (বৃন্দগীত)

### ।। আমি ভাৰতৰ, পূৰ্ব্বদিশৰ ......... ।।

আমি ভাৰতৰ, পূৰ্ব্বদিশৰ,
ইয়াতে উদয় সূৰ্য ।
স্বদেশ-প্ৰীতিৰ, গীতি ছন্দেৰে,
হৃদয় আমাৰ মূৰ্ত্ত ।।
আমাৰ মাজত, জাতি ধৰমৰ,
ভাষাৰ বিভেদ নাই ।
কৃত্ৰিম ভেদৰ, কৰি অৱসান,
সেৰিম ওপজা ঠাই ।
আমাৰ আপোন, জনমভূমিক,
সজাম পুণ্য-তীৰ্থ ।।
মহাভাৰতৰ, নুমলীয়া জী,
ৰূপৰো তুলনা নাই ।
চিৰ সেউজীয়া, শস্য-শ্যামলা,
আমাৰ ওপজা ঠাই ।
আমাৰ শ্ৰীময়ী, মৰমী অসমী,
সৰগতকৈও শ্ৰেষ্ঠ, আমাৰ সাধনা-ক্ষেত্ৰ ।।



[অসমৰ সকলো অনাতাঁৰ কেন্দ্ৰৰ বাবে গুৱাহাটী অনাতাঁৰ কেন্দ্ৰত দেশপ্ৰেমমূলক গীত হিচাপে বাণীবদ্ধ ]

**সুৰ :- বাণীবন্ধন আৰু প্ৰযোজনা : বিপুল বৰুৱা**

# গীত

( বৃন্দগীত,– সাতভনীৰ)

## ।। পূৰ্ব্বাচলৰে আমি সাত ভনী....... ।।

পূৰ্ব্বাচলৰে আমি সাত ভনী,
ভাৰতী আমাৰে আই,
নামেৰে সীমাৰে, সুকীয়া হ'লেও,
মনেৰে আঁতৰা নাই ।।

তেতিয়া, আজিও আমি আগলৈও,
সাত ভনী মিলি জুলি,
হওঁ যেন অচলা, মহালক্ষ্মী ৰূপা,
উন্নতিৰ জখলা খপি ।
ভাষা কৃষ্টিৰো, বাৰে ৰহণীয়া,
ৰূপৰ মুখে উজ্বলাই ।।

অসতি মানুহৰ, আঁহফলা কথা,
নুশুনো কেতিয়াওআমি ।
মৰমৰ অসমী, আমাৰ বৰ-ভনী,
চেনেহতে যোৰা পমি ।
ত্ৰিপুৰী, অৰুণী, নাগিনী, মেঘালী,
মনিপুৰী, মিজো, মিলি সাতে ভনী –
জগতক যাওঁ জনাই ।।

♣♣♣

# গীত

## (বৃন্দগীত)

### ।। লগ্নে, লগ্নে আজি................. ।।

লগ্নে, লগ্নে আজি –
মুক্তি-স্মৃতিৰ মহা লগ্নে ।
প্ৰণামো অসমীমাতৃ, ভগৱতী ভাৰতী,
সমকণ্ঠে বন্দনা-ছন্দে ।।

জ্ঞানজ্যোতি যিটি ক্ষণে, ভূ-লোকে অনেক ভাগে,
নাছিল মানৱ হৃদয়ে,
গঙ্গা-যমুনা তীৰে, অৰণ্যে আশ্ৰমে,
বেদকাব্য ৰচিত ভাৰতে ।।

উচ্চ হিমগিৰি, শিৰৰ কিৰীটি,
সমুদ্ৰ-নীলাম্বৰী বস্ত্ৰে ।
জন-মন সম্ৰাজ্ঞী, বিশ্ববিজয়নী –
শান্তি-মৈত্ৰী মহামন্ত্ৰে ।।

ঐক্য ধন্যামাতৃ, বিচিত্ৰাভাৰতী,
বহু ভাষা ধৰ্ম্ম বিশ্বাসে ।
উচ্চ আসনে স্থিতা, সৰ্ব্বজন বন্দিতা,
বন্দো হে ভক্তিৰ অৰ্ঘ্যে ।।



## গীত

(একক/বৃন্দগীত)

### ।। অ' মোৰ অসমী আই........।।

অ' মোৰ অসমী আই,
তোমাৰ মান ৰূপহী নাই ।
জনমে জনমে, তোমাৰে কোলাতে –
আই, মোকে দিবা ঠাই ।।

সেউজী পাহাৰে, পিন্ধালে কিৰীটি,
কেঁচ্‌বছা ৰিহা, লুইতৰে সূঁতি,
সোণালী ধাননি, চাদৰ বনে কৰা,
আইৰে শোভা বঢ়ায় ।।

কণ্ডালীৰ প্ৰদীপে,
ভোগালীৰ ভোগে,
ব'হাগীৰ বতৰা আনে ।
পেঁপাৰ টিহিঁটিয়ে,
বিহু-বনগীতে,
ৰং সানে প্ৰাণে প্ৰাণে ।
কুলি, কেতেকীৰে –
মধুৰ গীতেৰে, হিয়া জুৰ পৰি যায় ।।

♣♣♣

## গীত

### (বৃন্দগীত)

## ।। আই তোৰ দুখানি চৰণত......... ।।

আই তোৰ দুখানি চৰণত,
আই মোৰ প্ৰণতি যাচিছোঁ,
আই মোৰ নকৰিবা আৰু শোক !
আই তোৰ একেখন ঘৰকে,
আই অ', থান্‌- থান্‌ নকৰোঁ –
আই অ', নিদিওঁ তোকে আৰু দুখ ।। আই অ' .....

আই অ', আমি জনম হোৱা,
আই অ', আমি স্বৰাজ পোৱা,
আই মোৰ, সোণালী বছৰো গ'ল ।
আই মোৰ, আমি বুজন হ'লোঁ,
আই হে, এবেসে বুজিলোঁ,
আই অ', বান্ধো একতাৰে বল ।। আই অ' .

আই মোৰ, আমি শপত কৰোঁ,
আই মোৰ, ভেদাভেদ পাহৰোঁ,
আমি, ভাৰতীয় মহাজাতি –
আই অ', চামে হাঁহি ভৰা মুখ ।। আই অ' .....

♣♣♣

## গীত

### (বৃন্দগীত)

## ।। 'জয় আই অসম', ৰজনজনাই.... ।।

'জয় আই অসম', ৰজনজনাই,
আকাশে-বতাহে, বাজিছে সুৰ ।
আইৰ আনন্দৰে,
মুখ হাঁহি ভৰা -
চোৱাৰ আশাৰে হৃদয় পূৰ ।।

যাম আগবাঢ়ি, মৰণ নেওচি,
আইৰ বাবে কৰি অগ্নিস্নান ।
এইয়া অসহন, থাকোতে জীৱন –
আই ! তোৰে ঐ, অপমান ।
আমি, দেশৰ বৈৰী, কৰিম দূৰ ।।

শুনা হে বদন, হে'ৰা বিভীষণ,
নকৰিবা আইক অপমান ।
ইতিহাসে কাকো নকৰিব ক্ষমা,
শুনা সকীয়নি 'সাৱধান' ।
'শৰাইঘাট' জাগিব আকৌ –
ভীষ্ম পণেৰে পুনৰ এবাৰ ।।



## গীত

### (বৃন্দগীত)

## ।। আমাৰ কণ্ঠ, হওঁক মুখৰিত......।।

আমাৰ কণ্ঠ, হওঁক মুখৰিত,
দেশ বন্দিত ছন্দেৰে ।
জনতাক, উচ্চ স্বৰেৰে জনাওঁ,
মাতৃ-প্ৰীতিৰে, হৃদয় সজাওঁ,
স্বদেশ প্ৰেমৰ মন্ত্ৰেৰে, স্বদেশ প্ৰেমৰ মন্ত্ৰেৰে।।

সকলোৰে প্ৰিয়, নিজা দেশ-মাতৃ,
নিজৰ আপোন মাতৃভাষা ।
নিজৰ দেশতে, নিজৰ ভাষাতে,
মূৰ্ত্ত স্বভাৱতে, প্ৰাণৰ আশা ।
এই সত্যকে, আহা সোঁৱৰাওঁ,
আমাৰ গীতৰ কণ্ঠেৰে ।।

এই ভাৱনাত, এই চিন্তাত,
ভাষা ধৰমৰ, প্ৰভেদ নাই ।
ভিন্ন ধৰম, ভাষাৰেও পাৰে,
পূজিব স্বদেশ, ওপজা ঠাই –
কথাৰে, কামেৰে, প্ৰেমেৰে ।।

♣♣♣

গীত
(বৃন্দগীত)

## ।। আমি অগ্নি কণিকা, সংহাৰ.... ।।

আমি অগ্নি কণিকা, সংহাৰ ৰূপৰ,
শকতিৰ এটি উৎস।
মানৱ ৰূপৰ, দানৱৰ দল,
আমিয়েই কৰিম ধ্বংস।।

শান্তি-মৈত্ৰী-প্ৰগতি পথৰ,
অমৃত পুত্ৰ আমি।
আমাৰ গতিৰ, যতি নাই নাই –
আমি যে অগ্ৰগামী।
আমাৰ প্ৰাণত, কলুষতা নাই,
চিত্ত আমাৰ শুদ্ধ।
আদৰ্শ আমাৰ হজৰত-যীচু,
শঙ্কৰ-নানক-বুদ্ধ।।

আমি পুৰি ছাঁই কৰোঁ, যত ভেদা-ভেদ,
শান্তি হৰণৰ, শত বাদ-জেদ ,
মৰমে-চেনেহে, ওপচা জগত –
আমাৰ মাথোঁ কাম্য; কাম্য আমাৰ কাম্য।।

❖❖❖

## গীত

## (বৃন্দগীত)

## ।। আমাৰ গতিৰ যতি নাই নাই ..... ।।

আমাৰ গতিৰ যতি নাই নাই,
অবিৰাম, অবিৰাম ।
নজনা-নুশুনা, ৰহস্য ভেদৰ,
ক্লান্তি হীন অভিযান ।।

মহা আকাশৰ, ৰহস্য ভেদৰ,
আছে শকতিৰ মন ।
গ্ৰহ-গ্ৰহান্তে, যোগা যোগ কৰা
আমাৰ অন্বেষণ !!

মহা সমুদ্ৰৰ, অতল তলিত,
মুকুতাৰ সন্ধান,
অদ্যাপি আমাৰ, জ্ঞানৰ সীমাৰ,
গুপুত জ্ঞান মহান,
আহৰণ কৰি জীৱন-জগত,
সজোৱা আমাৰ ধ্যান ।
আমি, অমৃত সন্তান,
আমি, ভাৰত সন্তান ।।



## গীত

(বৃন্দগীত)

# ।। আই ভাৰতৰ, মুক্তি-প্ৰভাতৰ ... ।।

আই ভাৰতৰ, মুক্তি - প্ৰভাতৰ,
আহিলে যিদিনা শুভক্ষণ।
পৰাধীনতাৰ, শৃংখল ছিঙি,
মুক্ত ভাৰতৰ জনগণ।।

হ'লেও ভাষা-ধৰমৰ ভেদ,
জাতি-উপজাতি, অনেক অলেখ,
আমি ভাই ভাই –
ভিন্ পৰ্ নাই –
একতাৰে বন্ধা, আমাৰ মন।।

ভাৰত আমাৰ মিলন-তীৰ্থ,
ভেদৰ মাজতে, আমাৰ ঐক্য,
কৰ্ম্ম আমাৰ ধৰ্ম্ম,
সাহস-মৈত্ৰী-বৰ্ম্ম,
স্বাধীনতা, শান্তি প্ৰগতি,
প্ৰেম মন্ত্ৰেৰে, বিশ্ববিজয়ী,
যুগে যুগে হওক, আমাৰ পণ।।

♣♣♣

## গীত

### (বৃন্দগীত)

## ।। হে ছহিদ ! তোমাৰ স্মৃতিত.......।।

হে ছহিদ ! তোমাৰ স্মৃতিত,
কৰোঁ শিৰ আমি অৱনত ।
তোমাৰ ত্যাগৰ 'বৰ্ত্তমানত' --
ৰচা স্বদেশৰ 'ভৱিষ্যত' ।।

তুমি যে শক্তি, ভক্তি, মুক্তি –
জন কল্যাণ তোমাৰ পণ ।
হে প্ৰেৰণাপুঞ্জ ! নিৰ্ভীক বীৰ,
কৰা মৃত্যুক আলিঙ্গন ।
আঁতৰে আন্ধাৰ, দেশৰ, ধৰাৰ,
তোমাৰ ত্যাগৰ আলোকত ।।

তোমাৰ বাবে মৃত্যু নাই নাই,
তুমি মৃত্যুঞ্জয়ী, হে মহান ।
তুমি স্মৰণীয়, তুমি বৰণীয়,
হাঁহি মুখে দিয়া, জীৱন দান ।
ত্যাগ ৰঞ্জিত, পুণ্য স্মৃতিত,
জনাওঁ শ্ৰদ্ধাৰ প্ৰণিপাত ।।

♣♣♣

গীত

(বৃন্দগীত)

## ।আমি এখন ভাৰত বিচাৰোঁ....।।

আমি এখন ভাৰত বিচাৰোঁ,
মৰম চেনেহেৰে ভৰা ।
দেশ-প্ৰদেশৰ,
সীমা ভূগোলৰ,
মানবীয় প্ৰেমে হৰা ।।

জাতি ধৰমৰ, নাই ভেদাভেদ,
আপোনক পৰ কৰা ।
এই বিভেদৰ,
অৱসান হ'লে –
ভাৰত, শান্তিৰ এসুঁতি ধাৰা ।।

কামনা আমাৰ, এখন দেশৰ,
প্ৰেমেৰে বিশ্ব জোৰা ।
যেন সকলো মানুহ, এখনি ঘৰৰ –
সহোদৰ, সহোদৰা ।
মৰম চেনেহ, দয়া কৰুণাৰে,
হৃদয় উপচি পৰা ।।

♣♣♣

## গীত
### (বৃন্দগীত)

### ।। আই ভাৰতৰ, স্বৰাজ লাভৰ...... ।।

আই ভাৰতৰ, স্বৰাজ লাভৰ,
পাৰ হৈ গ'ল সোণালী বৰ্ষ,
হে স্বৰাজৰ অমৰ ছহিদ,
যাচিছোঁ তোমালে, শ্ৰদ্ধাৰ অৰ্ঘ ।।

শত ছহিদৰ জন্ম দাতৃ,
আমাৰ মাতৃ ভাৰতবৰ্ষ ।
দেশৰ মাটিৰ, অনু পৰমাণু,
মহান ত্যাগৰ, স্মৃতিৰে মূৰ্ত্ত ।।

তুমি, বৰ্ণালী-শিখা,
স্বদেশ প্ৰেমৰ ।
তুমি, স্বৰ্ণালী-লেখা,
যুগ যুগান্তৰ ।
ধন্য কৰাহে, তযু আশিসেৰে –
সজাওঁ স্বদেশ, মাটিৰ স্বৰ্গ –
তোমাৰ পুণ্য স্মৃতিত যাচিছোঁ,
হিয়াৰো হিয়াৰ, শ্ৰদ্ধাৰ অৰ্ঘ ।।

♣♣♣

## গীত
### (বৃন্দগীত)

### ।। জাতীয় পতাকা খনি, পৰম-শ্ৰদ্ধাৰ... ।।

জাতীয় পতাকা খনি,

পৰম-শ্ৰদ্ধাৰ,
আমাৰ, প্ৰাণৰো প্ৰাণৰ ।
আই ভাৰতৰ,
জীৱন প্ৰতীক —
আৰু, প্ৰকাশ জাতীয় জীৱনৰ ।।

তুমি, দীঘলীয়া ইতিহাস ।
কৰুণ মধুৰ —
ত্ৰিৰঙ্গী, তোমাৰ জীৱনৰ ।
অহিংস অস্ত্ৰ বলে, লব্ধ স্বৰাজৰ,
ভাৰতৰ মূল্যবোধৰ —
আৰু, ভেদৰ মাজেৰে ঐক্যৰ ।।

তুমি, ভাৰতীয় মনৰ চিনাকি,
তুমি, শান্তি-প্ৰীতিৰ অনুৰাগী,
তোমাৰ উৰণ-শোভা, আমাৰ আশাৰো আশা
তুমি অন্তৰা, জীৱন গীতৰ ।।

♣♣♣

## গীত

### (বৃন্দগীত)

### ।। আমি ভাৰতবাসী ............।।

আমি ভাৰতবাসী,
এক-জাতি, এক প্ৰাণ ।
সমকণ্ঠে গাওঁ –
এক মহা-মিলনৰ গান ।।

ক'লেও অনেক ভাষা,
হ'লেও অনেক ধৰম,
সকলোৰে আছে এটি --
ভাৰতীয় মন ।
বিভেদৰ মাজতেই, ঐক্যৰ ভেটি বন্ধা,
ভাৰতীয়, আমি যে মহান ।।

আমি মাৰ-বান্ধি থিয় হওঁ, আমি মাউখে উটু,
একতাৰে জয় কৰোঁ, দেশৰ শতৰু,
ৰাখিছোঁ, ৰাখিম আমি –
চিৰকাল জননীৰ মান,
গাই মহা-মিলনৰ গান,
গাই মহা-মিলনৰ গান ।।

♣♣♣

## গীত

## (বৃন্দগীত)

### ।। জাগা-জাগা, ভাৰত-যুৱক জাগা ..... ।।

জাগা-জাগা, ভাৰত-যুৱক জাগা,
হে শক্তিৰ আধাৰ জাগা,
হে ভগীৰথ-দল জাগা,
প্ৰেম-গঙ্গা-ধাৰা নমোৱা ।
জন-বন্দিত, সুৰে-ছন্দিত,
মৈত্ৰী-প্ৰীতি-গীতি শুনোৱা ।।

অলকানন্দা, গঙ্গা-যমুনা,
লুইতৰ ধাৰা আহিছে বৈ ।
অনেক সুঁতিৰে, এসুঁতি জলৰ –
মহা-মিলনৰে, ত্ৰিবেণী হৈ !
তুমি, প্ৰাণ-যমুনাতো, প্ৰেমৰ জোৱাৰ নমোৱা ।
তুমি, জন-মানসক জগোৱা ।।

তুমি, মোহন-মুৰুলী বজোৱা ।
মানবীয় সুৰে বন্ধোৱা ।
জগত টৌৱাই প্ৰেমৰ প্লাৱন –
হে যুৱদল, নমোৱা; হে যুৱদল, নমোৱা ।।

♣♣♣

# গীত

## (বৃন্দগীত)

### ।। জাগা, ভাৰতবাসী জাগা ........ ।।

জাগা, ভাৰতবাসী জাগা –
জাগা, জগতবাসী জাগা –
প্ৰেম-মৈত্ৰী অভিলাষী,
শান্তি প্ৰীতিৰ প্ৰয়াসী,
মানৱীয় চেতনা প্ৰকাশা ।
জন-মন-স্বাগত আশা ।।

ত্ৰাসে-গ্ৰাসে-বিনাশে ধৰণী,
প্ৰেমহীন প্ৰাণৰ কৰণি,
চৌদিশে ত্ৰাসৰ অগণি,
চেনেহ-কৰুণা-দয়া,
নাই যেন সুমধুৰ শবদৰ উচ্চাৰণ –
মানৱতা, হৃদয়ৰ ভাষা ।।

হে জনতা, জ্যোতিষ্মান,
লোৱা লোৱা অমোঘ কৃপাণ,
গোৱা সুন্দৰৰ জয়গান –
শান্তিৰ শতৰু বিনাশা ।।

***

## গীত

## (বৃন্দগীত)

### ।। মহা জীৱনৰ, জীৱন পথৰ...... ।।

মহা জীৱনৰ –
জীৱন পথৰ,
বাটৰুৱা আমি –
আই অসমৰ ।।

আমি গুছি যাম,
ৰাখিম সুনাম,
হিত সাধো আমি
আলহী ঘৰৰ ।।

আমাক অতিথি ৰূপে,
যি খিনি দিয়ে,
আমাৰ মাতৃৰূপা,
আই অসমীয়ে,
বাটৰুৱা হৈয়ো আমি,
হওঁ অগ্ৰগামী –
সজাওঁ অসম ভূমি –
শান্তিৰ, সুখৰ ।।



## গীত
### (বৃন্দগীত)

### ।। আমি এজাক পখী হৈ ....... ।।

আমি এজাক পখী হৈ, শান্তিৰ বাণী লৈ,
উৰি যাওঁ দূৰ দিগন্তলে ।
সকলোটি মিলিজুলি, ভাতৃ-ভগ্নী বুলি,
মৈত্ৰীৰ বাণী শুনাবলে ।।

মানুহ এটি জাতি,
বাস কৰোঁ, ভিন্ন প্ৰান্তৰে ।
জীৱন ধাৰণ আৰু গাৰ বৰণ,
ভিন্ ভিন্ জলবায়ু ভেদে ।।

নেথাকিব ভেদাভেদ, ধনী-দুখীয়াৰ –
ৰাজপুঁজি সমানে ভগালে ।
নাথাকে আকাল কাৰো,
ভাত কাপোৰৰো –
বিৰিঙিব হাঁহি, মুখে মুখে ।
দেশে দেশে, প্ৰাণে প্ৰাণে,
এই বাণী শুনাবলে,
পখী হৈ উৰোঁ আকাশলে !!

♣♣♣

## : দেশ মোৰ, গীতে গীতে :

### গীত

(বৃন্দগীত)

### ।। ভিন্ন ধৰম, ভিন্ন ভাষাৰ ....... ।।

ভিন্ন ধৰম, ভিন্ন ভাষাৰ,
আমাৰ ভাৰতবৰ্ষ ।
জাতি-উপজাতি,
সকলোটি মিলি,
প্ৰচাৰো প্ৰীতিৰ অৰ্থ ।।

ধৰ্ম্ম ভাষাই, ভেদ নিশিকাই,
শিকাই প্ৰেমৰ মন্ত্ৰ ।
ই কথা বুজিম, শ্ৰদ্ধা নিবেদিম,
অপ্ৰীতি কৰিম অন্ত ।।

আমি ভাই ভাই,
ভিন্-পৰ্ নাই,
হৃদয় সত্য শুদ্ধ ।
আমি নিজিৰাওঁ,
আমি আগুৱাওঁ,
শান্তি প্ৰগতি লক্ষ্য ।
সুঁৱৰি গান্ধী-বুদ্ধ ।।

♣♣♣

## গীত
## (বৃন্দগীত)

### ।। আমি, পুণ্য-ভূমি আই অসমৰ..... ।।

আমি, পুণ্য-ভূমি আই অসমৰ,
ভাৰতৰ সন্তান ।
স্বাধীনতা শান্তি প্ৰগতি, আমাৰ সপোন, আমাৰ ধ্যান ।।

আমি ব্ৰহ্মাৰূপেৰে, কামনা কৰিম,
দেশৰ সুসন্তান ।
বিষ্ণু ৰূপেৰে, কৰিম পালন,
যি জনা দেশৰ প্ৰাণ ।
গাওঁ-নগৰৰ, প্ৰভেদ ভাঙিম,
প্ৰাণে-প্ৰাণে আমি, সম্প্ৰীতি থাপিম,
'মাটিৰ স্বৰ্গ' ভাৰত গঢ়িম,
আগুৱাম, আমি আগুৱাম ।।

আমিয়েই ভাঙিব, গঢ়িবও পাৰো,
দেশৰ শাসন যন্ত্ৰ,
আই ভাৰতী, ভূ-গোলকৰ, সুবৃহৎ গণতন্ত্ৰ,
অন্যায়ৰ প্ৰতিকাৰ কৰা, বিভীষিকা আমি ৰুদ্ৰ,
আমি, সাম্য-মৈত্ৰী-মিলন-গান ।।

♣♣♣

গীত

(শিশু বৃন্দগীত)

।। জীৱন-বাটত আমি, আগুৱাই যাম ...।।

জীৱন-বাটত আমি,
আগুৱাই যাম ।
খিয়লা-খিয়লি এৰি,
প্ৰেম গীতি গাম, আমি প্ৰেম গীতি গাম ।।

সৰগৰ নাম কোৱা শুনিছোঁ,
সৰগ ক'তেনো,
আমি নেজানো,
অচিন সৰগৰ –
অলীক কামনা এৰি,
প্ৰেমৰ সৰগ আমি, দেশতে নমাম ।।

আপোন সকলোটি,
আমি ভাই ভাই ।
নাই নাই একো,
ভিন্-পৰ্ নাই –
প্ৰেমেৰে আপোন কৰি,
মাটিৰ পৃথিৱী আমি, সৰগ সজাম ।।

♣♣♣

## গীত

(একক কণ্ঠ)

## ।। হে মোৰ আই, ভাৰতবৰ্ষ ...... ।।

হে মোৰ আই, ভাৰতবৰ্ষ ।
মোৰ জীৱনৰ –
সাধনা-ক্ষেত্ৰ ।
মহা মিলনৰ পুণ্যতীৰ্থ,
জীৱন বোধৰ,
যাচিলা অৰ্থ ।।

তুমি, মুকুতিৰ সত্যৰ হকে,
প্ৰাণ আহুতিৰ, হোৱা যে গৰ্ব্ব,
যুগে যুগে তুমি, আই সেয়েহে,
হৈ আছা তুমি, ছহিদ তীৰ্থ ।

তোমাৰ বাণী, মানৱ প্ৰেমৰ,
শান্তিৰ বতৰা, দেশ বিদেশৰ,
তোমাৰ পুত্ৰ হোৱা,
প্ৰেমৰ সঙ্গীত গোৱা,
ভাৰত মাতা, তুমি নমস্য,
তোমাৰ কোলাত, জীৱন ধন্য ।।



গীত

(একক কণ্ঠ)

## ।। গিৰি হিমাচলে, আইকে পিন্ধালে .... ।।

গিৰি হিমাচলে, আইকে পিন্ধালে,
শুকুলা কিৰীটি শিৰে ।
সমুদ্ৰৰ জলে,
পাও পখালিছে –
ৰিব্‌ৰিব্ মলয়াই বিচে ।।

পুবাৰ অৰুণে, আইৰ কপালতে,
সেন্দুৰী তিলকে আঁকে ।
বাৰে বৰণীয়া,
জীৱন ফুলৰ,
সুবাসিত মালা পিন্ধে ।।

আইৰে আঁচল খনি,
সেউজী বৰণী,
বৰষাই পখালি দিয়ে।
ভাষা ধৰমৰে,
গীত, মিলনৰে –
গায় আই ভাৰতীয়ে।।



## গীত

(একক কণ্ঠ)

### ।। কুৰি শতিকাৰ, সপ্ত দশকৰ ......... ।।

কুৰি শতিকাৰ, সপ্ত দশকৰ,
আই ভাৰতৰ ৰাজস্থানৰ,
তপত বালিৰ, মৰুৰ মাজৰ,
ভূ-গৰ্ভৰ, শক্তিৰ স্বাক্ষৰ –
'ইন্দিৰা', তুমি হ'লা !!

আকৌ 'অটল', হ'ল অবিকল,
একে মনোবল, প্ৰতিজ্ঞা অচল,
পৰীক্ষা-সফল, শকতিৰ স্থল,
শান্তিৰ ধল, নমোৱাৰ থল –
'পোখ্ৰাণ'ক সজালা !!

স্বত্ব-স্বাধীনতা, সমতা-মমতা,
প্ৰীতি-মানৱতা, প্ৰেম-ৰঞ্জিতা,
গতি-অবিৰত, নাই স্থবিৰতা,
দেশৰ জনতা, হে দেশ মাতা,
'শান্তি চিন্তা, বিশ্ববিয়পা' –
একবিংশৰ দুৱাৰদ'লিত, আকৌ এবাৰ শুনালা ।।

♣♣♣

## গীত

(একক কণ্ঠ)

### ।। পোখ্ৰাণ, পোখ্ৰাণ, পোখ্ৰাণ .....। - (ক)

পোখ্ৰাণ, পোখ্ৰাণ, পোখ্ৰাণ,
তুমি ভাৰতৰ,
শক্তিৰ স্বাক্ষৰ,
সময়ৰ আহ্বান ।।

কুৰি শতিকাৰ, এয়া বিদায়ৰ পৰ,
একবিংশৰ আগমন ।
আমাৰ শক্তিৰো, গতি-প্ৰগতিৰো,
পুনৰ পৰীক্ষা কৰাৰ ক্ষণ ।
লক্ষ্য হ'লে, বিশ্ব শান্তিকামী –
আৰু, স্বদেশ ৰক্ষাৰ পণ ।।

স্বৰাজ হৰণ, পৰৰ দেশৰ,
নাই নাই, নাই অভিলাষ ।
শান্তিৰ-কপৌ, শুকুলা পাখীৰে উৰা,
স্বাগতম্ এখনি আকাশ ।
স্বৰ্ণ-বৰ্ণে লিখা, ভাৰতৰ ইতিহাসে –
যুগে যুগে কৰিব প্ৰমাণ ।।

♣♣♣

## গীত

(একক কণ্ঠ)

### ।। পোখ্‌ৰাণ, পোখ্‌ৰাণ, .......... ।। - (খ)

পোখ্‌ৰাণ, পোখ্‌ৰাণ,
সৌ সিদিনালকে, বহুতৰে এই নাম –
আছিল, অজান ।
এতিয়া সু-পৰিচিত,
সন্ধান মহান –
এখনি শক্তিৰ পীঠস্থান ।।

যুগে যুগে শক্তিৰ, প্ৰয়োগৰ প্ৰয়োজন,
শান্তি আৰু মুকুতিৰ বাবে ।
মহাকাব্য আৰু ইতিহাসে তাৰে,
সাক্ষী দিয়ে, ভাগে ভাগে ।
পোখ্‌ৰাণ, মহাভাৰতৰ যেন,
কালজয়ী এটি প্ৰমাণ ।।

ভাৰতৰ নাই নাই, কু-অভিলাষ,
পৰদেশ বিজয় অভিযান ।
বিশ্বশান্তি আৰু ৰক্ষা স্বদেশৰ –
পোখ্‌ৰাণে গোৱা, ‘ভাৰতৰ গান’ ।।

♣♣♣

## গীত

(একক কণ্ঠ)

## ।। ইয়াতে এৰিলা, পার্থিৱ দেহ ......... ।।

ইয়াতে এৰিলা, পার্থিৱ দেহ,
সমৰ ক্লান্ত হৈ ।
ধন্য তোমাৰ, স্বদেশৰ প্ৰেম –
টিপু চুলতান, দেহি ঐ ।।

এই খনি ঠাই তীৰ্থ ক্ষেত্ৰ,
স্বদেশ প্ৰেমেৰে ৰঞ্জিত ।
টিপু চুলতান অমৰ ছহিদ,
তুমি সকলোৰে বন্দিত ।
তুমি গুছি গ'লা, ৰাখি ইতিহাসে,
বীৰৰ চানেকি থৈ ।।

তুমি চুলতান সদায় থাকিবা,
ভাৰত ভূমিৰ দৰে।
তোমাৰ অজেয়, স্বদেশৰ প্ৰীতি,
সোঁৱৰণি ঘৰে ঘৰে।
বতৰা বিলোৱা, স্বদেশ প্ৰেমৰ,
চিৰ জাগ্ৰত প্ৰতীক হৈ।।

♣♣♣

ৰচনা কালঃ- ৪ এপ্ৰিল, ২০০৫ চন , মহীসুৰ ।

# গীত

(একক কণ্ঠ)

## ।। শস্য শ্যামলী কাবেৰীৰ পাৰ ...... ।।

শস্য শ্যামলী কাবেৰীৰ পাৰ,
কৰ্ণাটক বাসী ধন্য ।
কাবেৰীৰ জল, প্ৰগতিৰ ধল –
কাবেৰী পুণ্যতীৰ্থ ।।

ব্ৰহ্মপুত্ৰও পিতৃ আমাৰ,
অসীম-শকতি উৎস ।
বাৰিষাত ধৰা, ৰূদ্ৰ ৰূপেৰে,
বিনাশে শস্য-ক্ষেত্ৰ ।
নকৰোঁ কিয়নো, এই মহাবাহু --
শক্তিৰ প্ৰকাশি অৰ্থ ।।

নীল্, হোৱাংহো, টেইম্ছুক যদি,
মানুহে কৰিছে জয় ।
ব্ৰহ্মপুত্ৰকো কিয়নো নকৰোঁ,
শকতিৰ আশ্ৰয় !
সজ আদৰ্শৰ লক্ষ্যৰ গতি,
নহয় নহয় ব্যৰ্থ ।।



ৰচনা কালঃ- ৪ এপ্ৰিল, ২০০৫ চন , মহীসুৰ ।

## গীত

(একক কণ্ঠ)

### ।। নৃত্য কৰিছে কাবেৰীৰ জলে .. .. ।।

নৃত্য কৰিছে কাবেৰীৰ জলে,
তা-তা-থৈ, তা-তা-থৈ ।
কৰ্ণাটকৰ বৃন্দাবনত,
সংগীতৰ ধাৰা হৈ ।।

কাবেৰীৰ জল মাতৃ দুগ্ধ,
ভূমি পুত্ৰৰ বাবে ।
জীৱন দায়িনী, অমৃতৰ ধাৰা —
অন্নপূৰ্ণা কৰ্ণাটকে ।
কৰ্ণাটকীয়ে সেৱে, নদী-মাতৃক,
হৃদয়ত থাপি লৈ ।।

কৰ্ণাটক বাসী, কাবেৰীৰ জল,
প্ৰেম অমৃতৰ, একেটি সুঁতি।
দুয়োৰে জীৱন, যেন অভিন্ন,
জীৱন ধাৰাৰ, একেটি যুটি ।
প্ৰৱাহিত হয় প্ৰগতি পথত —
দুয়ো দুয়োৰে মহিমা কৈ ।।



**ৰচনা কালঃ- ৪ এপ্ৰিল, ২০০৫ চন , মহীসুৰ ।**

## গীত

(একক কণ্ঠ)

### ।। জন্মভূমি মোৰ, বৰ মৰমৰ ......... ।।

জন্মভূমি মোৰ, বৰ মৰমৰ,
ইয়াতে জীৱন পুৰা ।
সলালো বৰণ, ঋতুৱে ঋতুৱে,
দেহ-মন উজ্বলোৱা ।।

ফুটোকি-নুফুটো, থুনুক-থানাক,
ইয়াতে ফুটিলে মাত ।
আইৰ ভাষাৰ, সুৱদি মাতৰ,
মনত বান্ধিলে সাঁচ ।
সেয়েহে, মাতৃ ভাষাও 'জননী' ।
হৃদয়তে থাপি লোৱা ।।

কত দেশ, ভাষা,
এই পৃথিৱীত,
সীমা নাই, লেখ লোৱা ।
হৃদয় নিজৰ,
ভাষাৰে দেশৰ –
চেনেহেৰে বোলোৱা ।।

♣♣♣

## গীত

(একক কণ্ঠ)

## ।। হে জননী জন্মভূমি, মোৰ অসমী আই ..... ।।

হে জননী জন্মভূমি !
মোৰ অসমী আই ।
কত যে বীৰৰ, জননী তুমি ,
তোমাৰ তুলনা নাই ।।

চিৰ নমস্য, তুমি আই মোৰ,
আমাৰ শত জনমৰ ।
নাই ভেদাভেদ, কোনো দিনেই,
নাই নাই ভিন্ পৰ্ ।
স্বৰ্ণ-বৰ্ণে, লিখা ইতিহাসে –
নিতে আছে সৌৰৰাই ।।

কালৰ গতিয়ে, নিদিওঁ ৰোধিব,
চিন্তাৰ এই গতি ।
এই আঁত যদি, ছিঙে ক'ৰবাত,
প্ৰগতিৰো হ'ব যতি ।
এই বাণী যেন, হে জননী –
আমাক যাবা সকীয়াই ।।

♣♣♣

## গীত

(একক কণ্ঠ)

## ।। এয়া সেউজী পাহাৰৰ দেশ .......।।

এয়া সেউজী পাহাৰৰ দেশ,
এয়া নীলা আকাশৰে দেশ,
এয়া তিৰাপৰে, ডাব্ৰে-শিখৰে –
সাজে মোহনীয়া বেশ ।।
এয়া নক্তে ৰজাৰে দেশ,
হেনো অসমীৰ,
আপোনৰ দেশ ।
আজি কুটুমে কুটুমক, পাহৰিব খোজে,
দুয়ো দুয়োৰে, বতৰা নুবুজে,
যেন অচিনাকি বেশ !!
এয়া নৰোত্তম বৈষ্ণৱৰ দেশ,
এয়া নামঘৰ কীৰ্ত্তনৰ দেশ,
শঙ্কৰ-মাধৱৰ ভকতি বিলোৱা,
পাহাৰে-ভৈয়ামে, মন মিলি যোৱা,
কিয় হ'ব খোজে শেষ,
কোনে ল'ব তাৰে লেখ !!



[১৯৭৩ চনৰ ১১ জুলাইত, অসম সাহিত্য সভাৰ তদানীন্তন সভাপতি প্ৰয়াত গিৰিধৰ শৰ্মাদেৱ আৰু সেই সময়ত নামৰূপ সাহিত্য সভাৰ সভাপতি হিচাবে আমি, সাধাৰণ সম্পাদক প্ৰয়াত মেঘনাদ গগৈদেৱেৰে অৰুণাচল ভ্ৰমন কালত, খুনচাৰ আবৰ্ত্ত ভৱনত ৰচিত।]

— ৰচয়িতা

## গীত

(একক কণ্ঠ)

## ।। চেনেহী অসমী আই ......।।

চেনেহী অসমী আই ,
সেউজী বোলৰে ।
নকৰোঁ ৰাঙলী আৰু,
কাৰো শোণিতেৰে ।।

ক'ৰবাত বাটকেঁৰা,
লাগিছে গতিত ।।
লক্ষ্য হ'লে সকলোৰে,
আছে প্ৰগতিত ।
নামিব কাম্য ধাৰা –
সজ আলচেৰে ।।

মানুহ নেথাকে যদি,
প্ৰগতিনো কাৰ !
বুজো আহ্য সকলোৰে,
মৰ্মাথ ইয়াৰ ।
আৱাহন কৰোঁ আহা –
এয়া চিৰকাল।।

♣♣♣

## গীত

(একক কণ্ঠ)

### ।। এই পৃথিৱীৰ শত প্ৰান্তৰে ....... ।।

এই পৃথিৱীৰ শত প্ৰান্তৰে
কত ভাষা, কত কথা আছে ।
এটিহে নেলাগে, অনেক জীৱনো,
নহয় সৰহ, জনাৰ বাবে ।।

ওপজা মাটিৰ, ভাষা কৃষ্টিৰ,
প্ৰীতিৰ নামেই, স্বদেশ প্ৰেম ।
এয়া অবিহনে, বিশ্ব-প্ৰেমৰ --
'কথা' মনে-সজা নাটক যেন ।
বিশ্ব ইতিহাসে, এই সত্যকে --
সোঁৱৰাই সকলোকে ।।

অসমীয়া ভাষা, নিজৰ কৃষ্টি,
'বাপতি সাহোন' তিনি ।
বিহু-বৰগীত-অংকীয়া নাট,
সত্ৰীয়া নাচকো চিনি --
স্বদেশ প্ৰেমৰ দিওঁ পৰিচয় --
বিশ্ব-প্ৰেমিক-সাজে ।।



গীত

(একক কণ্ঠ)

## ।। তোমাৰ মুখত ফুটি উঠক .........।।

তোমাৰ মুখত ফুটি উঠক,
তেজাল বেলিৰ মুখ ।
আইৰ মনত, তেজাল মুখে,
দিয়ক পৰম সুখ ।।

তোমাৰ কামে, তোমাৰ কথাই,
আইৰ বঢ়াওক বল ।
ভেদা-ভেদৰ প্ৰাচীৰ ভাঙি –
বোৱাওঁক প্ৰীতিৰ ধল ।
আইৰ গুচক শোক ।।

ভাষা ধৰম,
বেলেগ হ'লেও –
মানুহ নহয় পৰ।
যুগে যুগে,
চেনেহ প্ৰীতিৰ –
অসম এখন ঘৰ ।
আইক নিদিবা দুখ।।



## গীত

(একক কণ্ঠ)

### ।। সেউজী পাহাৰে, শোভে চৌপাশে..... ।।

সেউজী পাহাৰে, শোভে চৌপাশে,
কাষে লুইতৰে ৰূপালী ধাৰ ।
মহাভাৰতৰ, উত্তৰ পূবৰ,
হে গুৱাহাটী, দেশৰ দ্বাৰ ।।

**অশ্বক্লান্ত, মা-কামাখ্যা, উমানন্দ, নৱগ্ৰহ**
**বশিষ্ঠাশ্ৰম, পঞ্চ-তীৰ্থৰে,**
ইতিহাস-খ্যাত প্ৰাগজ্যোতিষেৰে,
শৰাইঘাটৰ মোগল বিজয় -
সকলোটি সঁচা, নহয় যহ ।
নহয় নহয় 'একক-দহ' ।।
ধন্য মহাবাহু, তোমাৰ পাৰ ।।

বহু ধৰমৰ, বহুতো ভাষাৰ,
অবিৰাম সোঁত, বহু জনতাৰ,
হোৱা গুৱাহাটী, মিলন ত্ৰিৱেণী --
প্ৰীতি-মৈত্ৰীৰ, শান্তিৰ আৱাস --
মানৱ প্ৰেমেৰে জাতিষ্কাৰ ।।

♣♣♣

## গীত

(একক কণ্ঠ)

### ।। মাজুলী অসমৰ, সবাতোকে বৰ...... ।।

মাজুলী অসমৰ, সবাতোকে বৰ,
বিশ্বৰ নদী দ্বীপ ।
পূব ভাৰতৰ, আই অসমৰ,
সংস্কৃতিৰ বৰ ঘৰ –
জাতিৰ জীৱন-ৰূপ ।।

দুজনা গুৰু, – শঙ্কৰ-মাধৱৰ,
ভাৰা ধৰমৰ ধাম ।
মাজুলী নহ'লে, 'অসমীয়া' বুলি,
চাৰি সত্ৰ খ্যাত, সংস্কৃতিৰ থলী,
বিচাৰি ক'তেনো পাম !
বৰ লুইত আৰু অনেক নদীয়ে –
মাজুলীক কৰিছে গ্ৰাস –
যেন, ৰাইজ অসহায়, নিশ্চুপ ।।

জাগা হে জনতা, কৰা প্ৰতিকাৰ,
ৰজা-প্ৰজা-ঘৰ, হোৱা একাকাৰ,
ৰাখা মাজুলীৰ নাম, হ'ব লে নিদি বিলোপ ।।

♣♣♣

## গীত

(একক কণ্ঠ)

### ।। যি খনি ঘৰতে, জীৱনৰ পুৱা ...... ।।

যি খনি ঘৰতে, জীৱনৰ পুৱা,
সৃষ্টিৰ ৰূপ, চকু-মেলি-চোৱাঁ,
সিখনি আপোন মোৰ ।
হ'লেও বা নীড়, বনৰ পখীৰ,
জোন-বেলি দেখা, পৰ্ণ কুটীৰ –
ই যে, প্ৰাণৰ মায়াৰে পূৰ ।।

বুজা-নুবুজাৰ, মাজেৰে ইয়াতে,
মন-মুকুলৰ পাহি ।
বিকশিত হ'ল, আশাৰ ভাষাৰ,
জীৱন ফুলৰ হাঁহি ।
মোৰ জীৱনৰ, ভিন্ন ঋতুৰ,
সোঁৱৰণি সুমধুৰ !!

ইয়াতে উদয়, জীৱন সূৰুয,
বাজিলে জীৱন-সুৰ ।
সুখী হ'ম মই, জীৱন সূৰুযে,
ইয়াতে মাৰিলে বুৰ !!

♣♣♣

## গীত

(একক কণ্ঠ)

## ।। এখনি সোণৰ স্বদেশ গঢ়াৰ ........।।

এখনি সোণৰ স্বদেশ গঢ়াৰ,
তোমাৰ মধুৰ স্বপ্ন ।
সজ আঁচনিৰে, নিষ্ঠা দৃঢ়তাৰে,
হোৱাহে কৰ্ম্ম-মগ্ন ।।

তোমাৰ মাতৃ, লক্ষ্মীস্বৰূপা,
সম্পদেৰে ভৰা, জগত জিলিকা,
তুমি ভূমি-পুত্ৰ,
হোৱা সমৰ্থ,
যোগ্যতাৰে ভোগ কৰা,
পোৱাহে কাম্য লক্ষ্য ।।

এনে পথ লোৱা, যিটি পথেৰে,
সকলোটি যাব পাৰে ।
হয়তো সহযোগো, পাবা অনেকৰে,
লুইতৰ পাৰে পাৰে ।
শান্তিৰ পথেৰে, লক্ষ্য প্ৰাপ্তি —
নহ'বও পাৰে ব্যৰ্থ !!

♣♣♣

## গীত

(একক কণ্ঠ)

### ।। আহা মোৰ ৰাইজ ঐ,জাগা মোৰ ...... ।।

আহা মোৰ ৰাইজ ঐ, জাগা মোৰ ৰাইজ ঐ,
দেশ ৰসাতলে গ'ল ।
লখিমী-ভঁৰালত, সোণ-গুঁই সোমালে,
একোটি নোহোৱা হ'ল ।।

খোৱা তেলৰ কিলোত, লয় এশ টকা,
পনৰু পাবলৈ নাই ।
এগুণৰ শতগুণ, দাম সকলোতে,
কেনেকৈ থাকো জীয়াই !
ৰাইজ, ৰজা হোৱা, আমাৰে দেশতে,
ৰাইজৰ এই বিকল !!

জুই ছাঁই দামতে, যি খিনি পোৱা যায়,
সেয়াও ভেজালেৰে ভৰা ।
অচিন বেমাৰত, ক'তনা মৰিছে,
কোনো নাই, প্ৰতিকাৰ কৰা ।
ৰাইজ মোৰ ঐ, জন-মত একতাৰ যুটিহে জানিবা,
তোমাৰ জীয়াই থকাৰ বল ।।

♣♣♣

## গীত
(একক কণ্ঠ)

### ।। যদিহে জনমভূমিৰ কাৰণে ......... ।।

যদিহে জনমভূমিৰ কাৰণে,
সঁপি দিয়া দেহ-মন ।
জীৱনে তোমাক, অমৰ কৰিব –
অমৃত আগমন ।।

জনম দায়িনী, জননীৰো চোন,
ইখনি ওপজা ঠাই ।
কাৰো বাবে যেন, ক'তো নাই নাই,
বেলেগ সৰগ নাই ।
ওপজা মাটিকে, সৰগ গঢ়াৰ –
লওঁ আহা, লওঁ পণ ।।

হৃদয় যেতিয়া, উপচি পৰিব,
সাগৰ-গভীৰ প্ৰেমেৰে ।
ভিন্ পৰ্ এৰি, বান্ধিবা সবাকো,
চেনেহী এডালি ডোলেৰে ।
এই পৃথিবীতে, জনমভূমিতে,
সৰগৰ আৱাহন ।।

♣♣♣

## গীত

(একক কণ্ঠ)

### ।। আমি, ৰাম-ৰহিম্ ভাই ভাই...... ।।

আমি, ৰাম-ৰহিম্ ভাই ভাই ।
ঈশ্বৰ, আল্লা একেজনাই –
ভিন্‌পৰ্ নাই নাই ।।

আমাৰ হেনো, আদি পুৰুষৰ,
বনেই আছিল ঘৰ ।
জীৱ জন্তু চিকাৰ কৰি,
পুৰোৱা উদৰ ।
জাতি ধৰমৰ, ভিন্ন ঈশ্বৰৰ,
নাছিলে তাত ঠাই ।।

সভ্য হৈহে মানুহে ভাই,
কিনো চিন্তা কৰি –
বেলেগ ধৰম, বেলেগ ঈশ্বৰ,
'ভাষাক' মনত গঢ়ি –
হিংসা, খিয়াল, ভেদ ভাৱেৰে,
শান্তি প্ৰেমৰ পৃথিৱী খনি –
ভাগ ভাগ কৰে, হাঁয় !!

♣♣♣

## গীত

(একক কণ্ঠ)

### ।। শঙ্কৰদেৱ, চ্যকাফাই দিলে সকলোটি .... ।।

শঙ্কৰদেৱ, চ্যুকাফাই দিলে সকলোটি,
জাতি হৈ চিনাকি দিয়া ।
এতিয়া হ'ল যেন, পাবলৈ নোহোৱা,
কোন জন অসমীয়া ।।

জাতি-উপজাতি, জাগে সাজি-কাচি,
পুৰণি পৰিচয় দি ।
এটি নামঘৰ, এডাল পাগ্ মাৰিব,
আজি হয় অৱস্থা কি !
তেৰা সবৰ ঐক্য চিন্তা এৰি,
জাতি হৈ থাকিমনে জী, চোৱাঁহক, ভাবি চোৱা ।।

উত্তৰৰ-দক্ষিণৰ, দুপাৰৰ নদীবোৰ,
লুইতত এসুঁতি হয় ।
বিশাল জলৰাশি, মৈত্ৰী প্ৰকাশি,
সাগৰৰ বুকুলৈ বয় ।
এনেকৈয়ে মিলি, আমি এটি জাতি –
নহ'বা পাহৰি যোৱা ।।

♣♣♣

## গীত

(একক কণ্ঠ)

### ।। শঙ্কৰ-জ্যোতিৰে, জেউতি জিলিকে...।।

শঙ্কৰ-জ্যোতিৰে, জেউতি জিলিকে,
লুইতৰ দুই পাৰে ।
সত্ৰ-নামঘৰ, বৰগীত ভাওনা,
কীৰ্ত্তন ভটিমাৰে ।।

মানুহৰ নাই, কোনো ভিন্‌পৰ্,
আত্মা একেই, সকলো জীৱৰ,
প্ৰেমৰ ডোলেৰে, বান্ধে সকলোকে,
মানৱীয় চেতনাৰে ।।

তুমি যে নহয়, অসম-ভাৰতৰে,
তুমি জগতৰে গুৰু ।
তোমাৰ শিকনি নুবুজে নিচিনে --
তুমি হেন কল্পতৰু ।
তোমাৰে কিৰীটি, জগতত প্ৰকাশো,
তোমাৰে শিকনি, চৌদিশে প্ৰচাৰো,
তুমিয়েই আমাৰে, জাতি-পৰিচিতি,
তোমাৰেই প্ৰতিভাৰে ।।

♣♣♣

## গীত

(একক কণ্ঠ)

### ।। সৰ্ব্ব-গুণাকৰ, শ্ৰীমন্ত শঙ্কৰে ........ ।।

সৰ্ব্ব-গুণাকৰ, শ্ৰীমন্ত শঙ্কৰে,
চাৰিবেদ, সৰ্ব্বশাস্ত্ৰৰ তত্বৰে,
প্ৰচাৰিলা নামধৰ্ম্ম ।
সাহিত্য-ৰচনা, নামঘৰ ভাওনা,
নৃত্য-ভটিমা, গীত মাত্ত কতনা,
ৰসময়ী ভক্তি তত্ব ।।

আত্মা-ৰাম বুলি সকলো জীৱৰে,
কীৰ্ত্তন দশমাদি, নানা ছন্দেৰে,
দেখুৱালা পথ শুদ্ধ ।
পৰৰ ধৰ্ম্মক , নিন্দা নকৰা,
উচ্চ-অন্ত্যজ, ভেদ পৰিহৰা,
তোমাৰ ধৰ্ম্মৰে মৰ্ম্ম ।।

বিশ্ব বিয়াপি, যুগ অৱতাৰী,
জন্মিছে মহাত্মা কত ।
গুণ বিভূষণ, হয় কোন জন,
দক্ষ তব সমকক্ষ, দক্ষ তব সমকক্ষ !!

♣♣♣

## গীত

(একক কণ্ঠ)

### ।। শ্রীমন্ত শঙ্কৰদেৱ কলাক্ষেত্র ........।।

শ্রীমন্ত শঙ্কৰদেৱ কলাক্ষেত্র,
দুজনা গুৰুৰে স্মৃতিতীৰ্থ,
ক'তনা প্ৰবন্ধে হৈলা লব্ধ,
জ্ঞান আলোকৰে নব্যসত্ৰ ।।

প্ৰেম অমৃতৰে মহাতত্ত্ব,
মৈত্ৰী মিলনৰে যোগ সূত্ৰ,
কৃষ্টি-সংস্কৃতিৰে, চিত্ৰ-কল্প,
ক'তনা কল্পনা, হৈলা মূৰ্ত্ত,
তুমি যে এখনি ৰূপতীৰ্থ –
সত্য সাধনাৰে জ্ঞাননেত্ৰ ।।

নোহে উচ্চ-নীচ্চ, কোনো ভিন্ন,
এক মূল সৰ্ব্ব, ধৰ্ম্ম বৰ্ণ –
যত জীৱ এক আত্মাবোধ,
এক মানৱতা, এক বিশ্ব,
ভেদা ইসবৰ, গূঢ় অৰ্থ –
শ্রীমন্ত শঙ্কৰদেৱ কলাক্ষেত্র, মহা মিলনৰে পুণ্যতীৰ্থ ।।



## গীত

(একক কণ্ঠ)

## ।। এখনি গাৱঁৰ ছবি, দেখোঁ সপোনতে ......।।

এখনি গাঁৱৰ ছবি, দেখোঁ সপোনতে,
দিঠকত পামনে বাৰু, গুনিছোঁ মনতে ।
মোৰ সপোনৰ গাওঁ খনিত,
নাই ধনী-দুখী,
কাৰো একো, নাই অভাৱ,
সকলোটি সুখী ।
নাই আশাৰ পথাৰতে, প্ৰলয়ৰে বান,
আঘোণৰে পথাৰ ভৰা, সোণগুটি- ধান ।
সেই গাঁৱৰে ছবি আঁকো, মানস পটতে ।।

নিয়মীয়া উছৱ-পৰ্ব্ব, মন্দিৰে মছ্জিদে,
ৰাতিৰ আন্ধাৰ আঁতৰ কৰে, বিজুলী চাকিয়ে,
খিয়লা-খিয়লি ব্যাধি, নাই সেই গাঁৱতে ।।

সেয়া আছিল, 'বাপুজীৰো',
সপোনৰে গাঁও,
নেজানো কেতিয়া, সেয়া দিঠকতে পাওঁ,
আমাৰে দেশতে, আমাৰে দেশতে ।।

♣♣♣

## গীত

(একক কণ্ঠ)

### ।। আজি ব'হাগৰ প্ৰথম দিৱস .......।।

আজি ব'হাগৰ প্ৰথম দিৱস,
ৰঙালী বিহুৰ পুৱা ।
আজি অসমৰ, দিন জনমৰ –
আৰু 'অসমীয়া' হোৱা ।

বিশ্বৰ ক'ত শত প্ৰান্তৰে,
নিজা নিজা কৃষ্টি, ভাষা ।
স্বকীয়তাৰে চিনাকি দিয়াৰ –
সহজাত এই আশা ।
নহয়,নহয় নহয় এয়া –
বিশ্ব প্ৰেমিক হোৱাৰ বাধা ।।

ব'হাগ আমাৰ জীৱনৰ সাক্ষী,
ব'হাগ আমাৰ জীৱন প্ৰয়াসী,
যাত্ৰা-পথৰ সন্ধান দিয়া ।
ব'হাগক যদি পাহৰি পেলাওঁ,
আমি 'অসমীয়া' শেষহৈ যাওঁ,
ব'হাগ আমাৰ 'আয়ুস-ৰেখা' ।।



## গীত

(একক কণ্ঠ)

### ।। অ' বিহুটি, ৰঙালী ........... ।।

অ' বিহুটি, ৰঙালী,
আকৌ তই, আহিলি,
বাপতি সাহোন ঐ তই ।
ৰিঙা বননিতে, কুঁহিপাতে ফুলে,
আহিলি উপহাৰ লৈ ।।

বজা ঢোল-পেঁপাটি, বিহুৱা ককাইটি,
নাচ্ নাচ্ নাচনীহঁত ।
চিৰা পিঠা নহ'লে, বিহুৱান ন'বলে,
বিহুনাম নেগালে, হুঁচৰি এৰিলে,
আমাৰনো চিনাকি ক'ত !
আহ, 'আয়ুস ৰেখা' হৈ !!

ব'হাগৰ বিহুটি ঐ !
আমাৰ বুকুৰ আপোন তই ।
তই যে নাহিলে,
আমাৰ অসমলে,
আমাৰ ক'তে পৰিচয় !!

♣♣♣

## গীত

(একক কণ্ঠ)

### ।। আমাৰ আপোন ৰঙালীৰ ৰং ......।।

আমাৰ আপোন ৰঙালীৰ ৰং,
বিহুগীত পেঁপা সুৰ অনুপম –
মৰমৰ বিহুবান ।
ৰঙালীয়ে আনে, অসমীৰ বুকুলে,
নৱবৰষৰ শুভাগমনেৰে –
প্ৰাণৰে ঐক্যতান ।।

নাহৰ তগৰ কপৌ ফুলৰ,
চৌদিশ শোভা, শ্যামল বনৰ,
কুলি-কেতেকীৰ গান ।
আই অসমীৰ, বাপতি সাহোন,
ৰঙালী বিহুটি, প্ৰাণৰ আপোন,
পুলকেৰে ভৰে প্ৰাণ ।।

হওক অসমীয়া, নাই সমনীয়া,
ৰঙালীৰ ৰং, হওক যুগমীয়া,
অসমী আমাৰ, হওক যুগে যুগে –
মিলনৰ পীঠস্থান ।।

♣♣♣

## গীত

(একক কণ্ঠ)

।। দিখৌ নৈৰে গড়া, বগাব নোবাৰা ..... ।।

দিখৌ নৈৰে গড়া,
বগাব নোবাৰা,
কাজল বৰণীয়া পানী ।
দেখি ভয় কৰোঁ,
নামিব নোবাৰো,
চাওঁ মই, পাৰতে বহি ।।

ছশ বছৰীয়া, ৰাজত্ব-কালৰে,
সোঁৱৰণি আছে, দিখৌৰ পাৰে পাৰে,
'সাত-ৰাজ মাৰি, এক-ৰাজ কৰা',
'প্ৰথম অসমীয়া', চাওলুং চ্যুকাফা,
পাওঁ যে, ইতিহাস পঢ়ি ।।

সেই দিন কলৈ গ'ল, ভাগ্ ভাগ্ কিয় হ'ল,
বৰ অসমৰে ছবি,
সবে মিলি জুলি,
থাকিব নোৱাৰি –
'বৰ অসম'কে গঢ়ি ।।



## গীত

(একক কণ্ঠ)

## ।। ছ-কুৰি ঘৰ মানুহ ভৰা ......... ।।

ছ-কুৰি ঘৰ মানুহ ভৰা,
গাওঁ 'জাঁজীৰ পাৰ' ।
গাওঁৰ কাষত সোণতলি,
ধাননি পথাৰ ।।

দীঘলীয়া পদূলি বোৰ,
দুকাষে তামোল,
মাজে মাজে নাহৰ তগৰ,
সোণাৰু বকুল ।
মাছ গাখীৰৰ উভৈনদী –
ভোগ যে অপাৰ ।।

মন্দিৰ আছে, মছজিদ্ আছে,
আছে গীৰ্জ্জা ঘৰ,
বেলেগ ধৰ্ম্মী হ'লেও, কোনো --
কাৰো নহয় পৰ ।
সহজ সৰল চহালোকৰ,
গাওঁখনি আমাৰ !!



# গীত

(একক কণ্ঠ)

## ।। জয়াল-ৰাতি কেতিয়া পুৱাব ..... ।।

জয়াল-ৰাতি কেতিয়া পুৱাব,
প্ৰভাতী পখীয়ে কেতিয়া মাতিব,
বিভীষিকা হ'ব দূৰ !
জন-মনে কিনো, আশাৰে বিচাৰে,
ভাষাৰে মাতেৰে, কয় বাৰে বাৰে,
মন, বিষাদেৰে পূৰ !!

কথা বতৰাৰে, বুজা বুজিহে,
গতিৰ পথত, যোৱা আগলৈ —
নাই নে উপায় বাৰু ?
শান্তি যদিহে, নেথাকে দেশত,
ভৰষা যদিহে, যুৱ মানসত,
কিবা থাকে জানো আৰু ?
গতিৰো পৰিব ওৰ !!

শাসক শাসিত, সকলোৱে বুজা,
মানবীয়-গীতি, সুৰেৰে সজোৱা,
বিভীষিকা কৰা দূৰ ।।

♣♣♣

## গীত

(একক কণ্ঠ)

### ।। সোণৰ সপোন ৰচা অ' ডেকা দল .....।।

সোণৰ সপোন ৰচাঁ,
অ' ডেকা দল ।
সমুখত কথা কোৱাঁ,
সজ উপদেশ লোৱা,
শান্তি-পথেৰে যোৱা,
জননীৰ মুখ উজ্বলোৱা !!

শান্তিৰে সুন্দৰ, যি পথ নহয়,
সেই পথে গৈ কাৰো বিজয়,
ইতিহাসে নাই কোৱাঁ ।
এই সকীয়নি, অতি পুৰাতন,
যাত্ৰা পথত, নকৰিলে মন,
লক্ষ্য হ'ব জানো পোৱা ??

সমৰ থলীৰ, বানৰ প্ৰয়োগ,
দিয়াহে বিদায়, কৰা সহযোগ,
দৃঢ় আলাপেৰে, প্ৰাপ্যৰ গৰাকী হোৱা,
কাৰ্য্য-দক্ষতাৰে যোৱা, আগবাঢ়ি যোৱা ।।



## গীত

(একক কণ্ঠ)

### ।। বন্দিতা মোৰ আই ধৰিত্ৰী ....... ।।

বন্দিত মোৰ আই ধৰিত্ৰী,
আমাৰ সাধনা-ক্ষেত্ৰ ।
প্ৰাণৰ সপ্ত-সুৰে ছন্দিত,
ৰঞ্জিত যোগ-সূত্ৰ ।।

বাৰে বাৰে গৈ, আহিছোঁ উলটি,
তোমাৰ কোলালে আই ।
তোমাৰ চেনেহ প্ৰীতি-পৰশত,
ধন্য মানৱ জীৱন পাই ।
সৰগ কামনা, কৰি অকাৰণে,
নকৰোঁ হৃদয় ৰিক্ত !!

চিনাকি আমাৰ, আছে সকলোৰে,
চিনাকি সুজলা-সুফলা মাটিৰে,
পৰিচিত গিৰি সুনীল সাগৰ,
তোমাৰ, ৰত্ন-গৰ্ভা বক্ষ ।
জীৱনে জীৱনে, তুমি অণুক্ষণে,
মোৰ, প্ৰীতি-পূজনীয়া তীৰ্থ ।।

♣♣♣

## গীত
## (দ্বৈতকণ্ঠী)

### ।। মন্দিৰ মছজিদ্ ক'তে .......... ।।

ম ঃ- মন্দিৰ-মছজিদ্ ক'তে, একে লগে পাওঁ ?
বৰগীত-জিকিৰ ক'তে, একেলগে গাওঁ ?
পু ঃ- আমি হাজোৰ, পোৱামক্কাত পাওঁ,
আমি দিখৌ মুখৰ, সৰাগুৰিত পাওঁ ।।

ম ঃ- শ্মশান, ঈদ্গাহলৈ ক'তে --
লগে ভাগে যায় ?
উৰুকাৰ ভোজ, ঈদ্ ক'তে --
একেলগে খায় ?
পু ঃ- সেয়া, অসমীয়া গাওঁ,
সেয়া, অসম দেশত পাওঁ ।।

ম ঃ- বাইটি-ককাইটি ক'তে, 'ফৰিদা', 'কানাই' ?
এনেকুৱা সমধ ধৰা,
ক'তে শুনা যায় ?
আমি যাওঁ, বিচাৰি যাওঁ --
পু ঃ- আমি নেলাগে, বিচাৰি যাব,
আমি অসমতে পাওঁ, গাঁৱে গাঁৱে পাওঁ ।।

♣♣♣

# গীত

## (বৃন্দগীত)

### ।। আমি ভাৰতৰ, আমি অসমৰ ..... ।।

আমি ভাৰতৰ, আমি অসমৰ,
কৌটি কৌটি জনতা ।
আইৰ শিৰত, স্বৰাজ-কিৰীটি,
বাপুজী জাতিৰে পিতা ।।

কত তিয়াগৰ, সোঁত শোণিতৰ,
ইতিহাস লিখা, স্বৰাজ লাভৰ ।
শত ছহিদৰ, আত্মদানৰ,
অহিংস সমৰ আই ভাৰতৰ ।
ভেদাভেদ হীন, ভাষা ধৰমৰ –
হৃদয় একতাৰে বন্ধা ।।

আমাৰ জাতীয়, জীৱন নিচান,
উৰন্ত জাতীয় পতাকা ।
অশোক চক্ৰ মাজে, তিনি বৰণৰ,
গেৰুৱা, শুকুলা, সেউজীয়া ।
শান্তি-প্ৰীতি, মৈত্ৰী-মন্ত্ৰেৰে,
আমি, দীক্ষিত জনতা; আমি ভাৰতৰ জনতা ।।

♣♣♣

## গীত

(একক কণ্ঠ)

## ।। হে ভাৰতী, হে ধৰিত্ৰী......... ।।

হে ভাৰতী, হে ধৰিত্ৰী,
হে জননী, অসমী ।
শত গীতি-ফুলে, যাচিছোঁ তোমালে'
প্ৰীতি ভকতিৰ অঞ্জলি ।।

মোৰ হৃদয়ৰ, কুসুম বনৰ,
ফুল তুলি হেঁপাহতে,
গীতৰ এখনি, শৰাই সজালোঁ --
মোৰ আইৰ চৰণতে ।
কৰা হে গ্ৰহণ, হে মোৰ আই ।
মোৰ এই গীতি-প্ৰণতি ।।

তুমি আই মোৰ,
কল্পনা-সৰগ,
সাধনা-লব্ধ জননী ।
মোৰ ওৰেটি জীৱনে --
তোমালৈ ৰচা --
প্ৰেম-শত-গীতি অঞ্জলি, প্ৰেম-শত-গীতি অঞ্জলি ।।



## গীত (ওপৰঞ্চি) -এক

(বৃন্দগীত)

।। সেউজী সাহিত্য সভা, (গীতেৰে সুৰেৰে)... ।।

উদয়াচলৰ অৰুণোদয়ৰ, চিৰ বৰ্ণালী আভা ।

সেউজী পাহাৰ, আছে চৌপাশে,
মন মোহনীয়া শোভা ।।

'ভাষা জননী'ৰ সেৱা-মন্ত্ৰৰে,
দীক্ষিত হোৱা, মনেৰে চিতেৰে,
প্ৰয়াস আমাৰ 'চিৰ চেনেহী'ৰ —
গৰীয়সী মোৰ আই অসমীৰ —
মানৱ প্ৰেমৰ, ৰচনা ৰাজিৰে —
আজীৱন সেৱা কৰা ।।

মানৱীয়বোধ, শান্তি-প্ৰীতিৰে,
স্বদেশে-বিদেশে, বিশ্ববাসীৰে, হৃদয় উপচি পৰা —
'সত্যৰ সাধনা, মঙ্গল কামনা,
সুন্দৰৰ আৰাধনা'ৰ ব্ৰতেৰে —
সবাৰো হৃদয়, গঢ়া মন্ত্ৰেৰে,
আমাৰ সাহিত্য সভা
'সেউজী সাহিত্য সভা' ।।



[গুৱাহাটীৰ বৃহত্তৰ খ্ৰীষ্টানবস্তি-উদয়াচল অঞ্চলৰ, 'সেউজী সাহিত্য সভা'ৰ মুখপত্ৰ বাবে ৰচিত বৃন্দগীতআৰু প্ৰকাশিত] — ৰচয়িতা

## গীত (ওপৰঞ্চি) -দুই

(বৃন্দগীত)

### মনীষীৰ চিন্তাৰ বিকাশৰ ৰূপ ......।।

মনীষীৰ চিন্তাৰ বিকাশৰ ৰূপ,
সঞ্চয়ন হয় সেয়া, পুথিৰ পাতত,
এই পুথি ৰখা ঠাই, -- জ্ঞানৰ ভঁড়াল,
জ্ঞানেই শকতি হয়, আমাৰ হাতত ।।

হৃদয়ৰ অংকুৰণ প্ৰকাশৰ বাবে --
ভাষা শব্দ লিপি, লিখন সঁজুলি
শিলালিপি লিখা হ'ল, গুহা গহ্বৰত,
ব্যৱহাৰ কাপ-মহী, গছৰ বাকলি,
অনেক ভাষাৰ সৃষ্টি, হৰেক লিপি --
পিছত মুদ্ৰন পুথি, ছপাশালত ।।

পুথিত নিহিত হয়, জ্ঞানৰ শকতি,
পুথিয়ে বিস্তাৰ কৰে, জগতবিয়াপি --
যুগে যুগে চিন্তানায়কৰ ভাৱধাৰা,
গতি কৰে আগলৈ, সভ্যতাৰো জ্যোতি ।
গ্ৰন্থাগাৰ প্ৰগতিৰ নিত্য প্ৰভাত --
জ্ঞানৰ বন্তি ই যে, অজ্ঞান তমসাত ।।

♣♣♣